বাণভট্টৰ

# হৰ্ষচৰিত



অনুবাদক :

যতীন গোস্বামী

জয়া প্ৰকাশন

*Published by* :
JOYA PROKASHAN
Kanwachal Road
Guwahati-781 003

*Printed at* :
JOYA PRESS
Kanwachal Road
Guwahati

1st, Edition :
1996
Price Rs. 100·00 only



প্ৰকাশক :
জয়া প্ৰকাশন,
কণ্বাচল পথ
গুৱাহাটী-৭৮১ ০০৩

ছপা :
জয়া প্ৰেছ
কণ্বাচল পথ
গুৱাহাটী

প্ৰথম প্ৰকাশ
১৯৯৬
বেচ : ১০০·০০ টকা মাথোন

---

পৰিবেশক : লয়াৰ্চ বুক ষ্টল, পাণবজাৰ, গুৱাহাটী—৭৮১ ০০৩

॥ উছর্গা ॥

স্বৰ্গগত পিতৃ
নৱনাথ গোস্বামীৰ
অদৃশ্য চৰণযুগলত
পুত্ৰৰ পবিত্ৰ তৰ্পণ।



## ।। ব্যক্তিগত ।।

মই কিছুকাল (১৯৬৫-১৯৬৭) কাঠমাণ্ডু (নেপাল)ৰ লগত সম্পৰ্কিত হৈছিলোঁ।। নেপালৰ ত্ৰিভুৱন বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক পণ্ডিত ড° জয়ন্ত মিশ্ৰ সমন্বিতে কেইগৰাকীমান বিদ্বত-ব্যক্তি আৰু নতুন দিল্লীৰ পৰা যোৱা (তেতিয়া ভাৰতৰ গৃহমন্ত্ৰালয়ৰ কৰ্মচাৰী) শ্ৰীআৰ-কে- কেইনৰ লগতো বন্ধুত্বৰ সম্পৰ্ক গঢ়ি উঠিছিল। নেপালৰ বিখ্যাত পুথিভঁড়াল 'বীৰ লাইব্ৰেৰী'য়েও আমাক মানসিক তৃপ্তি দিছিল আৰু মাজে মাজে হোৱা আলোচনাৰ বিষয়ত সন্নিৱিষ্ট হৈছিল প্ৰাচীন গ্ৰন্থৰ কথা। এই সুযোগতে বাণভট্ট বিৰচিত 'হৰ্ষচৰিত'ৰ বৰ্ণন-বৈচিত্ৰ্য, ৰচনা-শৈলী আদিৰ বিষয়েও সম্যক ধাৰণা এটি লাভ কৰিছিলো। মূল গ্ৰন্থখন পালো যদিও সংস্কৃতৰ সীমিত জ্ঞানেৰে এনেহেন বৃহৎ সুবৰ্ণ-গৃহৰ ভিতৰত প্ৰবেশ কৰাটো মোৰ কাৰণে মহা টান হৈ পৰিল—দুৱাৰমুখতে প্ৰধান বাধা হ'ল ভাষাৰ অস্ত্ৰধাৰী দ্বাৰপালক। সমাস, শ্লেষালংকাৰ, বিশেষণ-বহুল মহিমাৰ আগত তিষ্ঠিব নোৱাৰি দূৰৰ গংগাক দূৰতে নমস্কাৰ কৰি এৰি পেলালো। (মূলৰ পাঠকসকলে মন কৰিছেই যে বাণৰ ৰচনাত কেতিয়াবা কেতিয়াবা একোটা বাক্যই সুদীৰ্ঘ কেইবাপৃষ্ঠা দখল কৰি ৰাখিছে।) মোৰ সংস্কৃতৰ পাণ্ডিত্যৰ দৌৰ দেখি খোলা কিতাপেও জাপ খালে।

ইয়াৰ ছমাহমান পিছত এদিন অকস্মাৎ ডাকযোগে এটি কিতাপৰ টোপোলা আহি হাজিৰ হ'লহি। টোপোলাটো খুলি চাওঁ যে এখন কিতাপৰ কপি এটা উপহাৰ স্বৰূপে পঠিয়াইছে দিল্লীৰ পৰা বন্ধু আৰ, কে, কেইনে আৰু কিতাপখন হৈছে 'দ্য হৰ্ষ-চৰিত অব বাণ'— ই, বি, কাৱেল আৰু এফ, ডব্লিউ থমাচে ইংৰাজীলৈ কৰা অনুবাদগ্ৰন্থ। পুথিখন পায়েই আনন্দত অধীৰ হৈ পৰিলো। জালিত্য ৰক্ষা কৰি অনূদিত কিতাপখনে মূলৰ ভিতৰলৈ যোৱাত মোক সহায় কৰাৰ উপৰিও বহুত শব্দৰ (বিশেষকৈ দুৰূহ শব্দৰ) অৰ্থানুভূতিও হ'ল। তেতিয়াই এক প্ৰবল ধাউতি আৰু সাহস উপজিল; 'এইখনৰ অসমীয়া অনুবাদ কৰিবৰ যত্ন এটি মইও কৰিব নোৱাৰোনে' বুলি কলমো হাতত ললোঁ।।

কামটো হাতত লৈহে পৰিলো বিমোৰত। মূলৰ সহায়ক হিচাপে লব খোজা ইংৰাজী অনুবাদটো পঢ়ি ৰসাস্বাদন কৰিবলৈ ভাল, কিন্তু চোৰ অনুবাদকজনক

কাম সম্পাদন কৰাত সম্পূৰ্ণ সহায় নকৰে ; কিয়নো প্ৰতিটো শব্দ আৰু বিশেষণ-বহুল বাক্যক হুবহুকৈ ৰাখি অসমীয়ালৈ ৰূপান্তৰ কৰিবলৈ অৱেশ্যকীয় দক্ষতাৰ অভাৱেই থিয় দিলেহি অলংঘ্য প্ৰাচীৰৰূপে। কিবা সহায় হব পাৰে বুলি পণ্ডিত জগন্নাথ পাঠক সাহিত্যাচাৰ্য্যকৃত 'হৰ্ষচৰিতম্ ( চৌখম্বা, বাৰানসী ) আৰু ডঃ গৌৰী নাথ শাস্ত্ৰীক প্ৰধান উপদেষ্টা হিচাপে লৈ জ্যোতিভূষণ চাকী, তাৰাপদ ভট্টাচাৰ্য্য, ডঃ ৰবিশংকৰ বন্দোপাধ্যায় আৰু শ্ৰীমতী গৌৰী ধৰ্মপালৰ দ্বাৰা সম্পাদিত 'বাণভট্ট : হৰ্ষচৰিত' ( নবপত্ৰ প্ৰকাশন, কলিকতা )ৰ বঙলা অনুবাদ গ্ৰন্থৰো ওচৰ চাপিলো। হিন্দী অনুবাদ ব্যাখ্যামূলক হোৱাত আৰু বঙলা অনুবাদক অক্ষৰানুবাদ যেন কৰি তুলিব খোজা প্ৰচেষ্টাই দুয়োখন অনুবাদ গ্ৰন্থক মোহনীয় কৰি তুলিছে ; কিন্তু বাণৰ শ্লেষালংকাৰে কিছুমান শব্দক দ্বৈতাৰ্থৰ কবলত পেলাই দিয়াত ওপৰত কোৱা তিনিওখনতে কেতিয়াবা কেতিয়াবা কিছুমান শব্দৰ অৰ্থ একে নোহোৱা যেন অনুভূত হ'ল—বিশেষকৈ ইংৰাজী অনুবাদখনত। আটাইকেইখন অনুবাদ পঢ়ি ঠিক কৰিলো যে মূলত থকা শব্দ, বাক্য, বৰ্ণনা আৰু বাণৰ শৈলীৰ পৰাখিনি সৌন্দৰ্য্য ৰক্ষা কৰি মুক্তানুবাদ কৰাই ভাল হব। সেইমতে কামটোৰ কিছু অংশ কৰাও হ'ল।

ইয়াৰ পিছত দেখিলো যে মূলৰ ৰসাস্বাদন কৰিবলৈ অতি আগ্ৰহান্বিতসকলক কোনো এটি অনুবাদে সন্তুষ্ট কৰিব নোৱাৰা বিবৎসকলে মূলৰ ওচৰ চাপিবই যেতিয়া অসমীয়া অনুবাদৰ পাঠকেও যেন অন্ততঃ হৰ্ষৰচৰিতৰ গুণাগুণৰ কথাৰ উপলব্ধি কৰিব পাৰে আৰু মূলৰ ৰস কিছুপৰিমাণে হলেও পান কৰিব পাৰে তেনে দৃষ্টি আগত ৰাখি ঠায়ে ঠায়ে সংক্ষিপ্তকৰণ কৰিবলৈ যত্ন কৰিলো। সেই দিশটোলৈ চকু দিলে কিতাপৰ পৃষ্ঠাৰ কলেৱৰো কমিব আৰু অভিপ্সিত ফল আংশিকভাৱে হলেও লাভ কৰিব পৰা যাব। কিতাপৰ কলেৱৰৰ কথা মনলৈ অহাৰ লগে লগে বৃহৎ কলেৱৰৰ কিতাপ প্ৰকাশৰ সমস্যাৰ কথাও চিন্তালৈ আহিল, আৰু যিহেতু কিতাপ এখন লিখি শেষ কৰাৰ পিছতেই লিখক এজনে সেইখন কিতাপ প্ৰকাশৰ কাৰণেও অধীৰ হৈ পৰে—গতিকে বৃহদাকাৰ পুথি এখনৰ ছপা খৰচৰ ওজন দাঙিব পৰা প্ৰকাশক পাবলৈ টান হোৱা দিশটোও চিন্তালৈ আহিল আৰু সেইকাৰণে ভাবিলো যে বিশেষণেৰে বৰ্ণনাধিক্য হৈ পৰা অংশ বোৰ কিছু চমু কৰি অথচ কাহিনীৰ ধাৰাবাহিকতা ৰক্ষা কৰিব পৰাকৈ মুক্তা-নুবাদ ( কিছু অংশৰ সংক্ষেপনুবাদ )ৰ যত্ন কৰাই ভাল। তেনে কৰাত কিতাপৰ

পৃষ্ঠাৰ সংখ্যা কিছু পৰিমাণে কমিছে। সম্পূৰ্ণ ৰসাস্বাদন কৰিব খোজা পাঠকে নিশ্চয় বাণভট্টৰ 'হৰ্ষচৰিত' মূল পুথিখনো হাতত লবলৈ আগ্ৰহ কৰিব। এই-খিনিতে এটা কথা কোৱা উচিত হব যে অসমীয়া পাঠকৰ কাৰণে 'হৰ্ষচৰিত' পুথিখনৰ গুৰুত্ব নিশ্চয় বেছি; কিয়নো এইখন গ্ৰন্থৰ সপ্তম উচ্ছ্বাসত ৭ম শতিকাৰ অসমৰ ভৌগোলিক ৰাজনৈতিক, সাংস্কৃতিক আৰু সামাজিক জীৱনৰ বহুত কথা সন্নিৱিষ্ট হোৱাত প্ৰাচীন কামৰূপৰ ঐতিহাসিক দিশটোৰ কথাও পাব পৰা হৈ আছে। অসমীয়া অনুবাদৰ পাঠকে যাতে সেইটো অধ্যায়ৰ এটা কথাও বাদ নপৰাকৈ পঢ়িব পাৰে তালৈ লক্ষ্য কৰি সপ্তম উচ্ছ্বাসটোৰ আৱশ্যকীয় অংশখিনিৰ অনুবাদ মূলৰ সৈতে প্ৰায় একে কৰি ৰাখিবৰ যত্ন কৰা হৈছে।

কিতাপখনিৰ অনুবাদৰ ক্ষেত্ৰত অৰ্থ-বিশ্লেষণাদিৰে সহায় কৰা সংস্কৃত পণ্ডিত কেবাগৰাকী—বিশেষকৈ অধ্যাপক বন্ধু শ্ৰীকিৰণ শৰ্মা আৰু সহোদৰ ভ্ৰাতৃ শ্ৰীমান সুৰেন গোস্বামীৰ ওচৰত মই ঋণ স্বীকাৰ কৰিছোঁ। প্ৰকাশৰ কাৰণে খেচখেচনি সহি থাকিব লগা হৈছিল বন্ধুবৰ অধ্যক্ষ জাহিদ চৌধুৰী, মোৰ ভাই-বোৱাৰী ড' মিনতি গোস্বামী, ভ্ৰাতৃসম ডেকা বন্ধু শ্ৰীছেৰিফউদ্দিন আহমদ আদিকে ধৰি বহু-জনৰ সকলোলৈকে মোৰ কৃতজ্ঞতা জনাইছোঁ আৰু ওপৰত উল্লেখ কৰি অহা ইংৰাজী, হিন্দি আৰু বঙলা অনুবাদ গ্ৰন্থসমূহৰ বিজ্ঞ অনুবাদক, সম্পাদক আদিলৈকো শ্ৰদ্ধা জ্ঞাপন কৰিছো।

গুৱাহাটী
২ অক্টোবৰ, ১৯৯৬

—যতীন গোস্বামী

অংগনবেদী বসুধা কুল্যা জলধিঃ স্থলী চ পাতালম্ ।
বল্মীকশ্চ সুমেরুঃ কৃতপ্রতিজ্ঞস্য বীরস্য ।। ১ ।।
ধৃতধনুষি বাহুশালিনি শৈলা ন নমন্তি যত্তদাশ্চর্য্যম্ ।
রিপুসংজ্ঞকেষু গণনা কৈব বরাকেষু কাকেষু ।। ২ ।।

—সপ্তম উচ্ছ্বাস, হঃ চঃ

# বাণৰ হৰ্ষচৰিত আৰু ইয়াৰ গুৰুত্ব

খৃষ্টীয় সপ্তম শতিকাই সমগ্ৰ ভাৰতৰ সাহিত্যৰ কাৰণে এজন মহান ব্যক্তিক জন্ম দিলে—যাৰ অৱদানৰ ফলত সেই কালৰ ভৌগোলিক আৰু ঐতিহাসিক তথ্য সম্বলিত সমাজ, সংস্কৃতি, ৰাজনীতি, অৰ্থনীতিৰ উপৰিও ব্যক্তি-জীৱনৰ প্ৰকৃত ৰূপ চিৰকালৰ কাৰণে ৰক্ষিত হৈ আছে। বাণভট্টৰ 'হৰ্ষচৰিত' অকল সম্ৰাট হৰ্ষবৰ্ধনৰ শাসন-ব্যৱস্থা আৰু ব্যক্তি-চৰিত্ৰৰ এখন প্ৰামাণ্য ঐতিহাসিক গ্ৰন্থই নহয়, 'হৰ্ষচৰিতে' সম-সাময়িক কালৰ প্ৰতিচ্ছবি দাঙি ধৰাৰ লগতে সেই-কালৰ ৰাজন্যবৰ্গ আৰু ভৌগোলিক চিত্ৰ দাঙি ধৰি সেইবোৰৰ মাজৰ ৰাজকীয় সম্পৰ্কও দেখুৱাইছে। প্ৰাচীন কামৰূপৰ শাসকবৰ্গ, তেওঁলোকৰ আচাৰ ব্যৱহাৰ, চহকী শিল্প-উদ্যোগৰ দ্বাৰা উৎপাদিত সামগ্ৰীৰ বিবৰণ আদিৰ চিত্ৰানুবৰ্ণন অপূৰ্ব বুলি পৰিগণিত হৈ আহিছে। চীনা পৰিব্ৰাজক হিউৱেন চাঙৰ পৰিভ্ৰমণৰ সংগতিৰে ভাৰতৰ যাতায়াত পদ্ধতি, সাংস্কৃতিক বিনিময় আদিৰো তথ্যপূৰ্ণ বিবৰণ এইখন পুথিয়ে সন্নিৱিষ্ট কৰিছে আৰু ইতিহাসৰ এটা গুৰুত্বপূৰ্ণ দিশ প্ৰদৰ্শন কৰি থৈছে। সংস্কৃত সাহিত্যত নতুন নতুন দিশৰ অৱতাৰণা হৰ্ষচৰিত'ৰ এক বিশেষত্ব। এইখন গ্ৰন্থেৰে বাণভট্টই ভাৰতীয় সাহিত্যৈল আত্ম-জীৱনী ৰচনাতো এটা বিশিষ্ট খোজ পেলাইছে। বাণৰ স্থিতিকাল নিঃসন্দেহে খৃষ্টীয় সপ্তম শতিকাৰ পূৰ্বভাগ (খৃ: ৬০৬-৬৪৮)

গদ্যত ৰচিত 'হৰ্ষচৰিত' সম্পৰ্কে বাণভট্টই নিজেই ইয়াক 'আখ্যায়িকা' বুলি কৈছে (সুখপ্ৰবোধললিতা সুবৰ্ণঘটনোজ্জ্বলৈঃ। শব্দৈৰাখ্যায়িকা ভাতি শয্যেৰ প্ৰতিপাদকৈঃ ॥ ২০ ॥) আখ্যায়িকা বুলি কোৱাৰ কাৰণ হ'ল যে এয়ে তেওঁ (বাণ) নিজেই বক্তা হৈ কৈ গৈছে কথাবোৰ। সময়, কাল আৰু ঘটনা সন্নিৱিষ্ট কৰাৰ কাৰণে এইখন এখন গুৰুত্বপূৰ্ণ ঐতিহাসিক কাব্যৰূপেও পৰিগণিত হব পাৰিছে।

বাণৰ ৰচনা শৈলীত আছে তেওঁৰ বৰ্ণন-দক্ষতাৰ এক উদাহৰণ। ইয়াৰ শক্তিশালী আৰু মোহনীয় ৰূপে প্ৰধানকৈ স্থান পোৱাৰ অন্যতম কাৰণ হৈছে সেই সময়ৰ ৰচনা-শৈলীত স্থান দখল কৰি থকা সমাসৰ ব্যৱহাৰ। তেওঁৰ বৰ্ণনাত প্ৰতিভাত হৈছে তেওঁৰ কল্পনাৰ চিত্ৰ ; আৰু এখনৰ পিছত এখনকৈ অনুভৱ কৰিব

পৰা চিত্ৰ অংকিত হৈছে তেওঁৰ মধুৰ আৰু উপযুক্ত বিশেষণযুক্ত বৰ্ণনাৰে। বাণৰ কল্পনাৰ বৈচিত্ৰ্যৰ কথা মৰ্মে মৰ্মে উপলব্ধি কৰা যায় তেওঁৰ প্ৰতিটো বাক্যত। শব্দৰ শ্লেষালংকাৰে বাক্যক সম্মোহন আৰোপ কৰিব পৰা গুণেৰে সমৃদ্ধ—পাঠকে যি অৰ্থতে ৰসানুভৱ কৰিব খোজে তেনে ধৰণেৰে গ্ৰহণ কৰিব পাৰে। আৰু এটা কথা মন কৰা যায় যে পুন: পুন: ক্ৰিয়া বুজোৱা (ষঙন্ত) ধাতুযুক্ত শব্দই অনভূতিক গভীৰতালৈ লৈ গৈ থাকে।

তেওঁৰ ৰচনাৰ বাক্যবোৰৰ মাজত অনুভৱ কৰা যায়—একোটা প্ৰসংগৰ আঁৰত থকা একোটা ছদ্মবেশী ৰূপ—যিটো ৰূপে নিজক গোনপটীয়াকৈ প্ৰকাশ নকৰে, অথচ সেই ৰূপত থাকে স্নিগ্ধতা আৰু উজ্জ্বলতা। প্ৰাচীন কাহিনীয়ে সৰ্বদা ভূমুকি মাৰে বৰ্ণনাত্মক ক্ষেত্ৰবোৰত; তেতিয়া কল্পনাৰ স্বৰ্গ আৰু পৃথিৱী বেলেগ হৈ নাথাকে—স্বৰ্গখন নামি আহে নৰ-মণিচৰ পৃথিৱীলৈ আৰু কেতিয়াবা পৃথিৱীৰ নৰ-মনিচে ৰচনা কৰেগৈ সৰগত এখন নতুন পৃথিৱী।

'হৰ্ষচৰিত'ৰ আন এটা উল্লেখযোগ্য দিশ এয়া যে সেই কালৰ সমাজৰ, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, চাল-চলন বাট-পথ, খেতি বাতি আদিৰ সম্যক বিৱৰণ —বিশেষকৈ চাৰি-বৰ্ণত বিভক্ত সমাজখনৰ মানুহৰ নিজৰ নিজৰ বৃত্তিত কোনটো বৰ্ণৰ মানুহে নিজৰ বৃত্তিত কেনেদৰে নিয়োজিত এই কথাৰ স্পষ্ট আভাষ পাব পৰা যায়। সামাজিক ধৰ্ম-দৰ্শন, যোগ-তপস্যা, শিক্ষা-দীক্ষাৰ প্ৰণালী, নাৰী-জীৱনৰ সতীদাহকে ধৰি সামাজিক প্ৰথা, ঘৰ বাৰী, খেতি-বাতি, শিল্প-বাণিজ্য আদি কথাৰ তথ্যপূৰ্ণ বিৱৰণো ইয়াত সন্নিবিষ্ট হৈছে।

ঐতিহাসিক দিশত 'হৰ্ষচৰিত'ৰ গুৰুত্ব অধিক। থানেশ্বৰত ৰাজত্ব কৰা হৰ্ষৰ বংশ-পৰিচয়ৰ লগতে সেই কালৰ অন্যান্য ৰজা আৰু ৰজাসকলৰ স্থিতি, সেই-বোৰৰ বিৱৰণ, যুদ্ধ-বিগ্ৰহ আৰু জয়-পৰাজয়, ৰজাসকলৰ ৰাজনৈতিক আৰু সাংস্কৃতিক বিনিময়, ৰাজনৈতিক চাল-চক্ৰান্ত আৰু উত্থান-পতন ইত্যাদি কাহিনী-বোৰে ইতিহাসক তথ্যপূৰ্ণ সমল দান কৰি গৈছে। প্ৰশাসনিক নিয়ম-প্ৰণালীৰ বিৱৰণো ইয়াত বৰ্তমান। প্ৰাচীন কামৰূপৰ লগত হৰ্ষৰ বন্ধুতা স্থাপন—বিশেষকৈ প্ৰাগজ্যোতিষৰ ৰজা কুমাৰ ভাস্কৰবৰ্মাৰ লগত সম্পৰ্ক স্থাপনৰ কথাৰ লগতে প্ৰাচীন অসমৰ ৰাজনৈতিক, সাংস্কৃতিক, আচাৰ ব্যৱহাৰ আদি কথাৰ উপৰিও প্ৰশাসনীয় ৰীতি সম্পৰ্কীয় কথাৰ আভাষ (কুমাৰ ভাস্কৰবৰ্মাৰ দূত হংসবেগে

হৰ্ষৰ পৰা বিদায় লবৰ পৰত হৰ্ষবৰ্ধনক কোৱা কথাখিনি দ্ৰষ্টব্য ; তাত অকল বন্ধুত্বৰ কথাই কোৱা নাই—সেই সময়ৰ নিজৰ ৰাজ্যৰ লোক-জীৱন আৰু প্ৰেম-পূৰ্ণ প্ৰশাসনীয় নীতিযুক্ত কথাৰ আভাষো দিয়া হৈছে) পোৱা যায়। এই আটাইবোৰ কথাই বাণৰ 'হৰ্ষচৰিত'ক ঐতিহাসিক গুৰুত্বপূৰ্ণ গ্ৰন্থ হিচাপেও পৰিগণিত কৰিছে।

'হৰ্ষচৰিত'ৰ মহত্বই সাৰ্থক হৈছে বাস্তৱ চৰিত্ৰ, বাস্তৱ ঘটনা আৰু বাস্তৱ জগতখনৰ বৰ্ণনা। বৰ্ণনাত আছে কাব্যিক ৰসত বুৰ গৈ থাকিব পৰাকৈ ছন্দোময় ৰূপ, সুনিৰ্বাচিত শব্দ আৰু বাক্যৰ যাদুকৰী প্ৰয়োগ। সেইকাৰণেই 'হৰ্ষচৰিতে' ৰাজনীতি, সমাজনীতি, অৰ্থনীতি আদিৰ তথ্যপূৰ্ণ ইতিহাসৰ উপৰিও ভাৰতীয় সাহিত্যৰ এক শ্ৰেষ্ঠ নিদৰ্শন বুলি যুগে যুগে স্বীকৃতি লাভ কৰি আছে। এই-খিনিতে এটা কথা মন কৰিব লাগিব যে সম্ৰাট আকবৰৰ ৰাজত্বকালত আবুল ফজল আৰু আব্দুল লতিফ বদাউনিয়ে দি যোৱা আকবৰৰ জীৱনীমূলক তথ্য আৰু ঘটনাসমূহৰ জীৱন্ত বৰ্ণনাৰ লগত বাণৰ 'হৰ্ষচৰিত'ৰ এটা ডাঙৰ পাৰ্থক্য বৰ্তমান। 'হৰ্ষচৰিত' হৰ্ষবৰ্ধনৰ একমাত্ৰ জীৱনী গ্ৰন্থই নহয়। এই বিষয়ে 'দ্য হৰ্ষচৰিত অব বাণ' গ্ৰন্থৰ লিখকদ্বয় ই-বি-কাৱেল আৰু এফ-ডব্লিউ-থমাছে কৈছে, "The one great difference is that Akbar's reign presented to us in broad day light by such full contemporary narratives as those of Abul Fazal and Abd-ul-Kadir Badauni, which give us bio-graphical notices of all the leading personages of the time; while we learn the events of Cri-harsa's reign only by the passing allusions of the Chinese visitor or brielly records of some insoriptions."

পদ্যতকৈ গদ্যৰ কথা বেছি স্পষ্ট, অধিক সময়দায়ক আৰু অধিক বিষয়েৰে পুষ্ট কৰিব পৰা দিশটোৰ কথা বাণভট্টই ভালদৰে হৃদয়ংগম কৰিছিল। গদ্যক কাব্যালংকাৰেৰে সজ্জিত কৰি অধিক মনোগ্ৰাহী কৰি তুলিবলৈও তেওঁ অহো-পুৰুষাৰ্থ কৰি সংস্কৃত কথা-সাহিত্যলৈ বিশিষ্ট বৰঙণি যোগাই গল। পুথিৰ আৰম্ভণীতে অৰ্থাৎ প্ৰথম উচ্ছ্বাস (অধ্যায়) ত একৈশটা শ্লোক ৰচনা কৰি বাণ ভট্টই কৈছে যে তেওঁ কবিতাৰ প্ৰবৃত্তি এৰি গদ্যলৈ গৈছে। তেওঁ কৈছে :

আদ্যৰাজকৃতোত্সাহৈ হৃদয়স্থৈঃ স্মৃতৈৰপি।
জিহ্বান্তঃকৃষ্যমাণেৱ ন কৱিত্বে প্ৰবৰ্ততে॥

কৱিতাই বস্তুৰ ৰূপ সলনি কৰিব পাৰে আৰু নিজৰ সন্মুখত থকা কাল্পনিক কথাক মূৰ্ত কৰি বাস্তৱৰ পৰা বিচ্ছিন্ন কৰিব পাৰে বুলি সেইকালৰ কাব্য-সাহিত্যৰ পৰা বাণভট্টই অনুভৱ কৰিব লগা হৈছিল

ৰচক হিচাপে বাণভট্টই নিজৰ পৰিচয় দি কৈছে যে তেওঁ ব্ৰাহ্মণ্য বাৎসায়ণ-সকলৰ বংশজাত। প্ৰথম উচ্ছ্বাসতে তেওঁ নিজৰ বংশৰ কথা বৰ্ণনা কৰিছে। আত্মজীৱনীকাৰ হিচাপেও সংস্কৃত সাহিত্যত বাণভট্টৰ স্থান অভিনৱ। নিজৰ জীৱনৰ ঘটনাৰ পুংখানুপুংখ বিবৰণী দি লিখা পদ্ধতিও নতুন। অৱশ্যে নিজৰ বংশলতাৰ কথা বৰ্ণনা কৰোঁতে বাণভট্টই দেৱ-দেৱতাই সাঙুৰি লোৱা প্ৰাচীন পদ্ধতিটোক এৰাই চলা নাই। বংশলতাত দেৱত্ব আৰোপ কৰি লিখা কাহিনীটো এনে ধৰণৰ :

একালত ব্ৰহ্মা, ইন্দ্ৰ আদি দেৱতাৰ লগত মনু, দক্ষ, চাক্ষুষ আদি 'প্ৰজাপতি' আৰু মুনিসকলে কিবা কথা আলোচনা কৰি থকা সময়তে মহামুনি দুৰ্বাসা সেই ঠাইত উপস্থিত হ'ল। দুৰ্বাসা খঙাল: খঙৰ ভমকতে তেওঁ সামগীত গাবলৈ ধৰিলে। স্তোত্ৰত আউল লাগিল। ওচৰতে আছিল সৰস্বতী আৰু তেওঁৰ বান্ধৱী সাৱিত্ৰী। মন্ত্ৰোচ্চাৰণত ভুল হোৱা দেখি জ্ঞানৰ অধিষ্ঠাত্ৰী সৰস্বতীৰ হাঁহি উঠিল। তাকে দেখি দুৰ্বাসাই খঙতে অগ্নিশৰ্মা হ'ল আৰু সৰস্বতীক মৰ্ত্যলোকলৈ যোৱাৰ অভিশাপ দিলে। এনে অভিশাপ শুনি সাৱিত্ৰীয়ে দুৰ্বাসাক কাকুতি কৰিবলৈ ধৰিলে। দুৰ্বাসাৰ খং পাতলিল। তেওঁ ক'লে যে অভিশাপ খণ্ডন কৰিব পৰা নাযায়। অৱশ্যে মৰ্ত্যলোকত যদিহে সৰস্বতীয়ে এটি পুত্ৰ-সন্তান জন্ম দিয়ে তেনেহলে তেওঁ পুনৰ স্বৰ্গলোকলৈ যাব পাৰিব।

সাৱিত্ৰী সহিতে সৰস্বতী মৰ্ত্যলোকলৈ গৈ শোণ নদীৰ পাৰৰ লতামণ্ডপত তেওঁৰ সাক্ষাৎ হ'ল চ্যৱনৰ সুদৰ্শন পুত্ৰ দধীচৰ লগত। × × × পিছত দধীচ সৰস্বতীৰ হ'ল পুত্ৰলাভ। সৰস্বতীৰ পুত্ৰ কাৰণেই পুত্ৰেকৰ নাম সাৰস্বত হ'ল। তাৰ পিছত সাৱিত্ৰী সহিতে সৰস্বতীৰ ব্ৰহ্মালোকলৈ গমন কৰিলে।

এইবাৰ সাৰস্বতৰ লালন-পালনৰ দায়িত্ব ল'লে দধীচৰ ভাই-বোৱাৰীয়েক অক্ষমালাই। অক্ষমালাৰ পুত্ৰ বৎস। সাৰস্বত আৰু বৎস একে ভায়েক-ককায়েকৰ দৰে ডাঙৰ-দীঘল হ'বলৈ ধৰিলে। সাৰস্বতই মাতৃৰ পৰা লাভ কৰা সমস্ত বিদ্যা

বৎসকো দান কৰাত বৎসও মহা পণ্ডিত হৈ পৰিল্। এই বৎসৰ বংশতে জন্ম হৈছিল বাণৰ। বৎসৰ বংশ কাৰণেই এই বংশক বাৎসায়ণ বুলি জনা যায়।

বৎসৰ বংশতেই জন্ম হৈছিল কুবেৰ নামৰ এজন ব্ৰাহ্মণৰ। কুবেৰৰ চাৰিপুত্ৰ — অচ্যুত, ঈশান, হৰ আৰু পাশুপত। পাশুপতৰ পুতেক অৰ্থপতি। অৰ্থপতিৰ পুতেক এঘাৰজন। তাৰে চিত্ৰভানু বোলা পুতেকজনৰ ঔৰষত বাণৰ জন্ম হয়। বাণৰ মাক ৰাজদেৱী। চিত্ৰভানুৰ শূদ্ৰা-স্ত্ৰীৰ গৰ্ভত দুটি পুত্ৰৰ জন্ম হয়— তেওঁলোকৰ নাম চিত্ৰসেন আৰু মিত্ৰসেন।

বাণে সৰুতে মাকক হেৰুৱালে। চৈধ্য বছৰ বয়সত পিতাককো হেৰুৱালে। অনাথ ল'ৰাটোৱে লোকৰ ঘৰে ঘৰে ঘূৰি ফুৰি অৱশেষত দেশ-দেশান্তৰ চাবলৈ ওলাই গল। এইছোৱা কালতে তেওঁ মানুহৰ জীৱন আৰু সমাজ অধ্যয়ন কৰিবলৈ সুযোগ পালে। ৰাজকুলতো তেওঁৰ প্ৰৱেশ হ'ল; তাতো তেওঁলোকৰ উদাৰ ব্যৱহাৰ পালে। বহুত শিক্ষানুষ্ঠান আৰু বিদ্বৎসকলৰ লগতো পৰিচয় ঘটিল। ভ্ৰমণান্তত বাণে পিতৃ-গৃহ 'প্ৰীতিকূট' লৈ উভতি আহিল।

শ্ৰীহৰ্ষৰ লগত সম্পৰ্কিত হোৱাৰ প্ৰথমাৱস্থাত তেওঁ সম্ৰাটৰ পৰা ভাল ব্যৱহাৰ লাভ কৰিব পৰা নাছিল। শ্ৰীহৰ্ষৰ লগত সম্পৰ্ক ঘটাবলৈ হৰ্ষৰ সম্পৰ্কীয় ভায়েক এজনেই অৱশ্যে প্ৰথম কামটো কৰি দিছিল আৰু ৰাজভৱনলৈ নিবৰ বাবে অজিৰৱতী নদীৰ পাৰলৈ বাণক নি পিছত শ্ৰীহৰ্ষৰ লগত দেখাদেখি হোৱাৰ সুযোগটিও কৰি দিছিল। পিছত বাণভট্টই শ্ৰীহৰ্ষ'ৰ প্ৰীতিভাজন হ'ল আৰু সম্ৰাট শ্ৰীহৰ্ষ'ক লৈ তেওঁৰ ঐতিহাসিক 'হৰ্ষচৰিত' ৰচনাৰ কাম আৰম্ভ কৰিলে। অৱশ্যে কিবা কাৰণত হৰ্ষচৰিত অষ্টম অধ্যায়তে অসমাপ্ত হৈ ৰ'ল।

মুঠ আঠোটা উচ্ছ্বাস (অধ্যায়ত)ত ৰচিত হৰ্ষ চৰিতৰ ভাগ দুটা; তাৰে প্ৰথম ভাগৰ তিনিটা উচ্ছ্বাস বাণৰ আত্ম-চৰিত্ৰমূলক ৰচনা।

'হৰ্ষচৰিত'ৰ প্ৰথম অধ্যায়ত বৰ্ণনা কৰিছে বাণে তেওঁৰ বংশাৱলীৰ কথা। সৰ্বমুঠ ২১ টা শ্লোকত তেওঁ প্ৰতিষ্ঠা কৰিছে যে তেওঁ বাৎসায়ণ বংশোদ্ভৱ লোক। তাৰ পিছত তেওঁৰ জন্ম আৰু শিক্ষা-দীক্ষাৰ কথা কৈ সৰুকালিতে কিদৰে প্ৰথমতে মাকক আৰু পিছত পিতাকক হেৰুৱালে আৰু পিতৃ-মাতৃৰ শোকত অভিভূত হৈ আত্ম-বিনোদনৰ কাৰণে আৰু শিক্ষা আহৰণৰ কাৰণে পৰিভ্ৰমণ কৰি ৰাজকুল আৰু 'বিদ্বান'সকলৰ সংসৰ্গ লাভ কৰিলে সেই কথাবোৰ কোৱা হৈছে। এইটো অধ্যায় বাণে পিতৃগৃহ "প্ৰীতিকূট"লৈ প্ৰত্যাৱৰ্তন কৰা কথাতে শেষ কৰা হৈছে।

দ্বিতীয় অধ্যায়ত সন্নিৱিষ্ট হৈছে: শ্ৰীহৰ্ষ'ৰ ভায়েক এজনৰ পৰা আৱাহন পায় যে বাণে ৰাজসভাত থাকি বহুকালৰ পৰা ঘটি অহা অসন্তোষ সৌহাৰ্দ্যপূৰ্ণ সহ-

যোগিতাৰে আঁতৰাব লাগে:

সেই মৰ্মে তেওঁ অভিযাৰতী নৈৰ পাৰত থকা ৰাজ-শিবিৰলৈ গল। সম্ৰাটে পোন প্ৰথমে তেওঁৰ প্ৰতি সহৃদয় হোৱা নাছিল: পিছতহে তেওঁৰ বৰ প্ৰিয়পাত্ৰ হ'ল। (মূলৰেৰ চাহোভিঃ পৰমপ্ৰীতেন প্ৰসাদজন্মনো মানস্য প্ৰেম্‌নো বিস্ৰম্ভস্য নৰ্মণঃ প্ৰভাৱস্য চ পৰাং কোটিমানীয়ং নৰেন্দ্ৰেণেতি।)

তৃতীয় অধ্যায়ত বাণে 'হেমন্তকালত' পুনৰ গৃহলৈ গৈছে আৰু তাতে তেওঁৰ সম্পৰ্কীয় ভায়েক এজনৰ অনুৰোধত সম্ৰাটৰ ৰাজত্বৰ কথা লিখিতভাবে বৰ্ণনা কৰিছে। বৰ্ণনা কৰি কৰি লিখকে অষ্টম অধ্যায় শেষ কৰিছে যদিও পুথিখনি সামৰা নহ'ল। পুথিখনিৰ শেষৰ বাক্যটো চালেই এই কথা বুজিব পৰা যায়: "সমৱসিতে চ সন্ধ্যাসময়ে সমনন্তৰমপৰিমিতযশ. পানতৃষিতায় মুক্তাশৈলশিলাচষক ইব নিজকুলকীৰ্ত্যা, কৃতযুগকৰণোদ্যতায়াদিৰাজৰাজতশাসনভ্ৰানিৱেশ ইব ৰাজ্যশ্ৰিয়া, সকলদ্বীপজিগীষাচলিতায় শ্বেতদ্বীপদূত ইব চায়তা, শ্বেতভানুৰূপানীয়ত নিশায়া নৰেন্দ্ৰায়েতি ভদ্ৰমোম্‌।। (সন্ধিয়া পাৰ হওঁ হওঁ; নিশাক আনন্দিত কৰিবলৈ জোনবাইয়ে উপহাৰ লৈ আহিল, নিজৰ বংশৰ কীৰ্তিৰ দৰে অপৰিমিত যশৰ হেপাহত মধুনিশা এটা আনিলে অথবা ৰাজলক্ষ্মীয়ে নিজে সত্যযুগ স্থাপনৰ কাৰণে তেওঁৰ বাবে চন্দ্ৰমাৰ ঘূৰণীয়া শাসনমুদ্ৰা আনিলে; নাইবা তেওঁৰ ভাগ্য উদয় কৰিব পৰা অধিষ্ঠাত্ৰী দেৱীয়ে সমগ্ৰ দ্বীপ দিগ্বিজয় কৰিবলৈ তেওঁৰ কাৰণে শ্বেত দ্বীপৰ প্ৰতিনিধি দূত পঠালে। এইদৰেই দেখা গল সেই নিশাটোৰ শুভ্ৰ চন্দ্ৰমাৰ উদয়ৰ দৃশ্যটো।)

ভাৰতীয় সাহিত্য জগতৰ এইছোৱা কাল (সপ্তম শতিকা) এই কাৰণেও উল্লেখযোগ্য যে ঐতিহাসিক ৰচনাৰ কামৰ প্ৰাৰম্ভক হিচাপে বাণভট্টৰ নিচিনা এগৰাকী দূৰদৰ্শী মহাপণ্ডিতৰ জন্ম হৈছিল। এগৰাকী ঐতিহাসিক পুৰুষক চৰিত্ৰ হিচাপে লৈ ৰচনা কৰা এনেহেন মহৎ গ্ৰন্থৰ বাবে ভাৰতীয় সাহিত্যাই বাণভট্টক লৈ সৰ্বদা গৌৰব কৰিব পাৰে। □

## হৰ্ষচৰিতত শ্ৰীহৰ্ষৰ পৰিচয়

প্ৰভাকৰবৰ্ধন + যশোমতী

| | | |
|---|---|---|
| ৰাজ্যবৰ্ধন | শ্ৰীহৰ্ষ | ৰাজ্যশ্ৰী |

## মধুবন তাম্ৰশাসনত খোদিত হৰ্ষবৰ্ধনৰ বংশলতা:

নৰবৰ্ধনৰ পুত্ৰ ৰাজ্যবৰ্ধন;
ৰাজ্যবৰ্ধনৰ পুত্ৰ আদিত্যবৰ্ধন;
আদিত্যবৰ্ধনৰ পুত্ৰ প্ৰভাকৰবৰ্ধন;
প্ৰভাকৰবৰ্ধনৰ পুত্ৰ ৰাজ্যবৰ্ধন,
হৰ্ষবৰ্ধন আৰু কন্যা ৰাজ্যশ্ৰী

## 'হৰ্ষচৰিতৰ' মতে বাণৰ বংশলতা

বৎস্য—তেওঁৰ পুত্ৰ কুবেৰ ; কুবেৰৰ চাৰি পুত্ৰ ( অচ্যুত, ঈশান, হৰ, পাশুপত) ; পাশুপতৰ পুত্ৰ অৰ্থপতি ; অৰ্থপতিৰ ১১-জন পুত্ৰ ( ভৃগু, হংস, শুচি, কবি, মহীদত্ত, ধৰ্ম জাতবেদাঃ, চিত্ৰাভানু, ত্ৰক্ষ্য, অহিদত্ত আৰু বিশ্বৰূপ ) আৰু ইয়াৰ মাজৰ চিত্ৰভানুৰ পুত্ৰ হৈছে বাণভট্ট ।

## কুমাৰ ভাস্কৰবৰ্মাৰ বংশলতা আৰু সময়কাল

প্ৰাগ্‌জ্যোতিষৰ ৰজা ভাস্কৰবৰ্মা আৰু তেওঁৰ বংশাৱলীৰ বিষয়ে এক ঐতিহাসিক তথ্য ৰক্ষিত হৈছে বাণভট্টৰ ৰচনাত। ভাস্কৰবৰ্ম্মাই নৰকৰ বংশলতাতে জন্মগ্ৰহণ কৰিছিল বুলি এইখন পুথিতো হৈছে আৰু তাত কোৱা হৈছে, "নৰকৰ বংশত ভগদত্ত, পুষ্পদত্ত, বজ্ৰদত্ত আদি মেৰুসদৃশ ডাঙৰ ডাঙৰ ৰজাই জন্ম গ্ৰহণ কৰিছিল। সেই পৰম্পৰাতে ভূমিবৰ্ম্মাৰ প্ৰপৌত্ৰ চন্দ্ৰমুখবৰ্ম্মাৰ পৌত্ৰ কৈলাসবাসী মহাৰাজ স্থিতিবৰ্ম্মাৰ পুত্ৰেক সুস্থিৰবৰ্ম্মা (যিজনাক মৃগাংক বুলিও কোৱা হৈছিল······) ৰাণী শ্যামাদেৱীৰ গৰ্ভত ভাস্কৰদ্যুতি নামৰ পুত্ৰ (যিজনাৰ অন্য নাম আছিল ভাস্কৰবৰ্ম্মা ) জন্ম হৈছিল।" বাণৰ ৰচনাত নৰকৰ পৰা—বিশেষকৈ ভগদত্তৰ পৰা, ভাস্কৰবৰ্ম্মালৈকে বংশলতাত থকা ৰজাসকলৰ নামৰ তালিকাত মাত্ৰ আঠজনৰ নামহে পোৱা যায়। আনহাতে নিধানপুৰ তাম্ৰশাসনকে ধৰি কামৰূপৰ তাম্ৰশাসন, সমুদ্ৰগুপ্তৰ স্তম্ভ-লেখ আদিৰ পৰা কনকলাল বৰুৱা, ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী আদিকে ধৰি বুৰঞ্জীবিদসকলে নিৰ্দ্ধাৰণ কৰা তালিকা অনুসৰি নৰকৰ পিছৰ কেইবা শতিকা অতিক্ৰম কৰি অহা বংশলতাত ভগদত্তৰ পৰা ভাস্কৰবৰ্ম্মালৈকে পোৱা ৰজাসকলৰ নামৰ তালিকাত বহুসংখ্যকৰ নাম বৰ্তমান ; যেনে—
( কামৰূপ শাসনাৱলীৰ পৰা উদ্ধৃত ) :

নৰক ( বিদেহ অঞ্চলৰ পৰা আহি ঘটকক পৰাভূত কৰি প্ৰাগজ্যোতিষ ৰাজ্য স্থাপন কৰোঁতা )

|

ভগদত্ত
|
বজ্ৰদত্ত
|
যজ্ঞদত্ত
|
ক্ৰিতপ্ৰজ্ঞ
|
পুষ্পদত্ত
|
ভৌমবংশ : পুষ্যবৰ্মা
|
সুৰেন্দ্ৰবৰ্মা
|
সমুদ্ৰবৰ্মা
|
*বলবৰ্মা—১
|
কল্যাণবৰ্মা

|
গণপতিবৰ্মা
|
মহেন্দ্ৰবৰ্মা
|
নাৰায়ণবৰ্মা
|
ভূতিবৰ্মা
|
চন্দ্ৰমুখবৰ্মা
|
স্থিতিবৰ্মা
|
সুস্থিতবৰ্মা
|
সুপ্ৰতিষ্ঠিতবৰ্মা
|
ভাস্কৰবৰ্মা ( ৫৯৪-৬৫০ খৃঃ )

ডুবি আৰু নিধনপুৰ তাম্ৰশাসনত পুষ্যবৰ্মাৰ পৰা ভাস্কৰবৰ্মালৈকে বংশলতা একে ধৰণৰ যদিও ডুবি তাম্ৰশাসনত সুপ্ৰতিষ্ঠিতবৰ্মাৰ নাম নাই ; আনহাতে নিধানপুৰ তাম্ৰশাসনত সুপ্ৰতিষ্ঠিতবৰ্মাক ভাস্কৰবৰ্মাৰ ককায়েক বুলি লিপিবদ্ধ কৰিছে । হৰ্ষচৰিততো সুপ্ৰতিষ্ঠিতবৰ্মাৰ নামৰ অনুল্লেখ হৈ আছে । তাম্ৰশাসনক ভিত্তি কৰি কনকলাল বৰুৱাই কৰা খৃঃ ৩৮০ ৰ পৰা ৬৫০ লৈকে সময়ানুক্ৰমিক তালিকাখন এনেধৰণৰ

পুষ্যবৰ্মা—(সুবাহু) খৃঃ ৩৮০-৪০০
|
সমুদ্ৰবৰ্মা—৪০০-৪২০
|
বলবৰ্মা—৪২০-৪৪০
|
কল্যাণবৰ্মা—৪৪০-৪৬০
|
গণপতিবৰ্মা—৪৬০-৪৮০
|
মহেন্দ্ৰ বৰ্মা—৪৮০-৫০০
|
নাৰায়ণবৰ্মা—৫০০-৫২০
|
মহাভূতিবৰ্মা—৫২০-৫৪০
|
চন্দ্ৰমুখবৰ্মা—৫৪০-৫৬০
|
স্থিতবৰ্মা—৫৬০-৫৮০
|
সুস্থিতবৰ্মা—৫৮০-৬০০
|
( সুপ্ৰতিষ্ঠিতবৰ্মা )+ভাস্কৰবৰ্মা —৬০০-৬৫০

## প্ৰথম উচ্ছ্বাস

ত্ৰিভুৱন যেন ইখন নগৰ—
নিৰ্মাণৰ মূলস্তম্ভ যিগৰাকী দেৱ,
চন্দ্ৰমাৰ নিচিনা চৌৱৰে
শোভা কৰি থাকে যাৰ উন্নত মস্তক
—সেইজনা শম্ভু (শিৱ) দেৱক কৰো নমস্কাৰ ।।১।।

হৰৰ ডিঙিত ধৰি আলিংগন কৰি
আনন্দতে চকু যাৰ হয় নিমিলিত,
আপোন-বিভোৰ তেওঁ—চেতনাবিহীন যেন
কালকূট সাপৰ বিষ পৰশত
—সেই দেৱী উষা মাতৃক কৰো নমস্কাৰ ।।২।।
বেদাদি সমস্ত বিদ্যা আৰু কলা জ্ঞাত যিজনাৰ,
প্ৰজাপতি যিজন পুৰুষ কবিসকলৰ,
সৰস্বতী নদীয়ে সুপৱিত্ৰ কৰি তোলা ভাৰতবৰ্ষৰ দৰে
যিজনাৰ বাণীত পৱিত্ৰ হল মহাভাৰত
সেইজনা ব্যাসদেৱৰ চৰণত কৰো শত নমস্কাৰ ।।৩।।

যিসকল লোকৰ দৃষ্টি মোহাচ্ছন্ন, যিসকল স্বেচ্ছাচাৰী আৰু তৰ্কপ্ৰিয় তেওঁলোক কামোদ্ৰেককাৰী কুলি চৰাইৰ দৰে। তেনেহেন প্ৰকৃতিৰ মানুহ প্ৰায়েই দেখা যায়।

ঘৰে ঘৰে জন্ম লৈ কুকুৰৰ নিচিনাকৈ স্বৰূপ বৰ্ণনা কৰা কবিৰ লেখ নাই; কিন্তু শৰভৰ (*)১ দৰে সৃজনশীল কবিৰ সংখ্যা তেনেই তাকৰ। আনৰ ৰচনা-ৰীতি আৰু কৱিতাৰ আখৰ ইফাল-সিফাল কৰা কবিসকল বিদ্বানসকলৰ হাতত ধৰা পৰি যায়।

উত্তৰফালৰ কবিসকল শ্লেষপ্ৰধান, পশ্চিমফালৰ কবিসকলে অৰ্থক আড়ম্বৰপূৰ্ণ কৰি তোলে, দাক্ষিণাত্যৰ কবিসকল উৎপ্ৰেক্ষা(*)২ কৰাত

---

(*)১ আঠখন ভৰিযুক্ত এবিধ প্ৰাণী। ওখ আৰু হঁহতে সকলোকে ওপৰত (ওখত) তুলি ধৰে।

(*)২ অৰ্থালংকাৰ, অনুমান, আন্দাজ।

নিপুণ, আৰু গৌড় (প্ৰাচ্য) কবিৰ ৰচনা আকৌ অক্ষৰ-প্ৰাচুৰ্য্যপূৰ্ণ। নতুন বিষয়, গ্ৰাম্যদোষবৰ্জিত যথাৰ্থ বৰ্ণনাৰে সহজবোধ্য শ্লেষ আৰু প্ৰকৃত ৰস প্ৰদান কৰি ওজস্বী বৰ্ণবিন্যাসৰ ৰচনা কোনো এজন কবিৰ মাজত পোৱা সহজ নহয়। যিজন কবিৰ ৰচনাত মহাভাৰতৰ কাহিনীৰ দৰে কাহিনীয়ে ত্ৰিজগত উপচি নপৰে তেনেহেন সৰ্বছন্দ পাৰংগম কবিয়ে কি দিব পাৰে?

উচ্চবাচ্যৰ পিছতো যিজন থমকি নাযায়, সৰস্বতী যাৰ ওঁঠত বিৰাজমান, তেনেহেন আখ্যান ৰচনাকাৰী কবি বন্দনীয় নহব কিয়?

কাণৰ ওচৰলৈ অহা 'বাসৱদত্তা' শক্তিয়ে পাণ্ডৱৰ দৰ্প চূৰ্ণ কৰিছিল; একেদৰে চূৰ্ণ হৈছিল বাসৱদত্তাৰ দ্বাৰা কবিসকলৰ দৰ্প। (অৰ্থাৎ ইন্দ্ৰৰ দ্বাৰা প্ৰাপ্ত 'শক্তি' নামৰ বিশেষ অস্ত্ৰ কৰ্ণৰ লগত দেখা পাই দ্ৰোণকে ধৰি সকলোৰে দৰ্প নাইকিয়া হোৱাৰ নিচিনাকৈ সুবন্ধু ৰচিত 'বাসৱদত্তা' কাণেৰে শুনাৰ লগে লগে কবি-সকলৰ অভিমান চূৰ্ণ হৈছিল।)

হৰিচন্দ্ৰৰ দ্বাৰা ৰচিত গদ্যকাব্য ৰাজকোষৰ সমান; ইয়াৰ শব্দবোৰ নিৰ্মল, মনোহৰ আৰু অলংকাৰ-বিশাৰদসকলৰ মত অনুসৰি ইখন ক্ৰম-সংঘটক। কেতিয়াও বিনষ্ট হব নোৱাৰা বিশুদ্ধ ৰত্নৰ দৰে আৰু বৈদগ্ধগুণসম্পন্ন কৰি সাতবাহনে নিৰ্দোষ অলংকাৰযুক্ত কোষ ৰচনা কৰিছিল। বান্দৰ সেনাই সমুদ্ৰ পাৰ হোৱাৰ নিচিনাকৈ প্ৰৱৰসেন নামৰ কবিৰ যশস্যা সমুদ্ৰৰ অন্য প্ৰান্তলৈও বিয়পি গৈছে। দেৱমন্দিৰৰ সমান কৰি নিজৰ নাটকক স্থান দিয়া ভাসে লাভ কৰিলে খ্যাতি; সেই নাটকৰ আৰম্ভণ হয় সূত্ৰধাৰৰ দ্বাৰা; তাত থাকে বহুত চৰিত্ৰৰ ভূমিকা আৰু সহায়ক কথা (পতাকা) বোৰ। সুমিষ্ট মৌৰ ৰসাল মঞ্জৰীৰ নিচিনা কালিদাসৰ মধুৰ বৰ্ণনাৰ সুক্তিয়ে কাক উৎফুল্লিত নকৰে? মদনোদ্দীপক গৌৰী (পাৰ্বতী)ৰ প্ৰসাধনকাৰী হৰলীলা আৰু কামদেৱক পুৰি ভস্ম কৰা ধৱণৰ শিৱৰ পৰস্পৰবিৰোধী লীলাৰ কথাই যিদৰে কাকো বিস্মিত নকৰে, তেনেদৰে বৰ্ণনাৰে কন্দৰ্প (কামদেৱ)ক প্ৰকাশ কৰা আৰু পাৰ্বতীৰ আৰাধনাৰ লগত যুক্ত হৈ থকা কথাবোৰে কাক বিস্মিত বা বিমুগ্ধ নকৰে? আঢ্য-

ৰাজৰ 'উৎসাহ'বোৰ (বাক্য ৰচনাবোৰ) স্মৰণ কৰিলেই যেন মোৰ জিভাখনক ভিতৰৰ পৰা টানি ধৰে, মোক কাব্যৰচনাত প্ৰবৃত্ত হবলৈ নিদিয়ে। আঢ্যৰাজৰ সন্মুখত কবি হোৱাৰ সাহস মই গোটাব পৰা নাই। তথাপিতো সম্ৰাটৰ প্ৰতি মই অনুৰাগী হৈ যি সাহস লাভ কৰিছো তাৰ পৰা গ্ৰন্থ ৰচনাত পূৰ্ণতা লাভৰ হেতুকে আখ্যা-য়িকাৰূপী নাওঁখন মেলি দিয়াৰ ধৃষ্টতা কৰিলো। সুনিৰ্বাচিত বৰ্ণৰ দ্বাৰা ৰমণীয় আৰু অৰ্থজ্ঞাপক শব্দেৰে ৰসসৃষ্টি কৰি তোলা আখ্যান এখন সুখদায়ক বিচনাৰ দৰে। এনেহেন বিচনাত স্বাচ্ছন্দ্যে টোপনি মাৰিব পাৰি আৰু বিচনাখনক সোণখটোৱা খুড়াৰে (পাদ) চমকাই তুলিব পাৰি।

সম্ৰাট হৰ্ষৰ জয় হওক। তেওঁ সমগ্ৰ জগতক ৰক্ষাৰ কাৰণে প্ৰতাপাগ্নিৰে চাৰিওফাল ঘেৰি আছে, শ্ৰীপৰ্বতৰ দৰে তেওঁ সকলোৰে মনোৰথ পূৰ্ণ কৰি আছে।

লোক-কাহিনীৰ মতে প্ৰাচীন কালত ব্ৰহ্মাই নিজলোকত এদিন ইন্দ্ৰকে প্ৰমুখ্য কৰি দেৱতাসকলৰ দ্বাৰা আবৃত হৈ পদ্মাসনত বহি আলোচনা কৰি আছিল। এনে সময়তে মনু, দক্ষ আৰু চাক্ষুস আদি প্ৰজাপতি আৰু সপ্তৰ্ষিকে ধৰি সকলো মহৰ্ষিয়ে আহি তেওঁক সেৱা কৰিলে। কোনো কোনোৱে উচ্চাৰণ কৰিলে ঋক্ আৰু যজুৰ্বেদ, কোনোৱে গালে সামগীত। কোনো কোনোজন ব্যস্ত আছিল যজ্ঞক্ৰিয়াৰ সিদ্ধান্তৰ বিষয়ে ব্যাখ্যা কৰাত। ইয়াত মতভেদ হলে তৰ্কও হৈছিল।

তাৰ পিছত অত্ৰিপুত্ৰ, তাৰাপতিৰ সহোদৰ খঙাল ভায়েক দুৰ্বাসাই তেওঁৰ সংগী মন্দপান মুনিৰ লগত কাজিয়া কাৰ্যৰ কৰি খঙতে উদ্বাউল হৈ সামগীতৰ সুৰত ভুল কৰি পেলালে।

অভিশাপৰ ভয়ত সকলো নিশ্চুপ। ব্ৰহ্মাইও আলোচনাত ব্ৰতী হৈ থকাৰ কাৰণে এই দিশটোলৈ চকু দিয়া নাছিল। সেই সময়ত ব্ৰহ্মাক চোঁৱৰ ধৰি বিচি আছিল সৰস্বতীয়ে।

সৰস্বতী তেতিয়া নৱ-যৌৱনপ্ৰাপ্তা। মুনিৰ ত্ৰুটীপূৰ্ণ সুৰ শুনি সৰস্বতীৰ ৰক্তবৰ্ণা ভৰি দুখনে মাটিত এনেধৰণে আঘাত কৰিলে যেন

মাটিখিনি তেজৰঙা হ'ল, পদাঘাতত যেন মুখৰিত হৈ উঠিছে তেওঁৰ ভৰিৰ নূপুৰ, তেওঁৰ মদনতোড়নৰ দুই স্তম্ভ যেন কঁপি উঠিছে। তেওঁ মেখলা পৰিহিতা। তেওঁৰ পৱিত্ৰ দেহত বিদ্বজনৰ মানসত স্থিত হব পৰা সকলোখিনি গুণ বৰ্তমান। তেওঁৰ ডিঙিৰ হাৰত আছে যেন মুক্তিৰ পথ।

সৰস্বতীৰ মুখত ঘটিছে সমস্ত বিদ্যাৰ প্ৰৱেশ ; তেওঁৰ তেজৰঙা ওঁঠত যেন বিদ্যাৰূপী দেৱীসকলৰ প্ৰসাধনৰ ৰঙা ৰং, তেওঁৰ মধুৰ সুৰৰ সামবেদৰ গীত শুনিবলৈ নামি আহে যেন চন্দ্ৰলোকৰ হৰিণা।

অৱজ্ঞাত সৰস্বতীয়ে চকুৰ ভ্ৰূ এটা তুলি দিলে, দুৰ্বাসাৰ কণ্ঠৰ গীতত বেসুৰ শুনি তেওঁৰ চকুৰ কোণেদি বৈ অহা চকুলোৱে যেন পখালি পেলালে তেওঁৰ এখন কাণ। আনখন কাণত যেন ওফন্দি অহা সাগৰৰ পানী— তাতে যেন প্ৰকাশ পাইছে তেওঁৰ বিদ্যাৰ অহংকাৰ।

দুয়োটি ওঁঠৰ মাজেৰে সোণালী দাঁত ওলোৱাকৈ দেৱী সৰস্বতীৰ হাঁহি ওলাল।

সৰস্বতীৰ এনে হাঁহি দেখি ক্ৰোধাৰ্ত দুৰ্বাসাই আঙুলি জোকাৰি ৰুদ্ৰাক্ষৰ মালা ছিঙি কমণ্ডলুৰ পানীৰে আচমন কৰিলে। মুখমণ্ডলত তেওঁৰ ভ্ৰূকুটি। নিৰ্দয়ভাৱে তেওঁ নিজৰ ওঁঠ কামুৰিলে, কান্ধৰ পৰা তেওঁৰ কৃষ্ণাজিন খহি পৰিলত আকৌ তুলি ল'লে।

এইখিনি সময়ত দেৱী সাৱিত্ৰী বহি আছিল ব্ৰহ্মাৰ ওচৰতে। তেওঁ পিন্ধি আছিল নন্দন বৃক্ষৰ দুকুল বাকলি, তেওঁৰ উন্নত স্তন-যুগল বন্ধা আছিল স্বস্তিকা গ্ৰন্থিৰে। বাওঁহাতত আছিল তেওঁৰ পদুম ফুলৰ মুকুলৰ নিচিনা স্ফটিক কমণ্ডলু। মুনিক ভৰ্ৎসনা কৰিবলৈ সোঁহাত তুলি তেওঁ ক'লে, "হে দুৰাত্মা মুনি, নিজৰ দোষত লজ্জিত হৈ সকলোৰে পূজনীয়া ত্ৰিভূৱনৰ জননী দেৱী সৰস্বতীক অভিশাপ দিব খুজিছা ?"

সাৱিত্ৰীয়ে কুশাসনৰ পৰা উঠি থিয় হ'ল। অন্যসকলেও ৰেতৰ আসন এৰিলে ; তেওঁলোক সকলোৰে মুখত ওঁকাৰ ধ্বনি। তেওঁ-লোকৰ হাতত আছিল কুশৰ চোঁৱৰ, গাত আছিল তাপসৰ বল্কল

বসন, ধাৰণ কৰিছিল পলাশদণ্ড আৰু হাতত আছিল কমণ্ডলু। তেওঁলোকে দুৰ্বাসাক প্ৰণাম কৰি ক'লে, "হে প্ৰভু, ক্ষমা কৰক, এওঁ অভিশাপৰ যোগ্য নহয়।"

দুৰ্বাসাই ক'লে, "পুত্ৰসকল, তপস্যাত বিঘিনি উৎপন্ন নকৰিবা।"

তাৰ পিছত অত্ৰিয়ে বাধা দিয়া স্বত্বেও ক্ৰোধত বশীভূত দুৰ্বাসাই শাপজল ছটিয়াই ক'লে, "দুৰ্বিনীতা, বিদ্যাৰ কাৰণে তই যি উন্নতি লভিছ —তাক মই দূৰ কৰিলোঁ, তই মৰ্ত্যলৈ যা।"

সাৱিত্ৰীয়ে প্ৰতিশাপ দিব খুজিছিল ; সৰস্বতীয়ে বাধা দি ক'লে, "সখি, ক্ৰোধ দমন কৰা, মাৰ্জনা কৰিব নোৱাৰা বিধৰ বুদ্ধি হলেও ব্ৰাহ্মণ বুলিয়েই তেওঁক সম্মান কৰিব লাগে।"

সৰস্বতী শাপগ্ৰস্তা হোৱা দেখি ভগৱান ব্ৰহ্মা থিয় হ'ল। তেওঁৰ দেহত আছে শুভ্ৰ যজ্ঞোপৱিত, সোঁহাতত আছে ওপৰৰ পৰা পোহৰ বিচ্ছুৰিত হোৱা মৰকমণিৰ আঙুঠি, সোঁহাতখন তুলি তেওঁ শাপৰ কোলাহল থমালে। তাৰ পিছত সত্যযুগৰ সূচনা কেতিয়া হব সেই কথা তেওঁ শুভ্ৰদন্তকিৰণত জুখি চালে। তাৰ পিছত (দুৰ্বাসালৈ লক্ষ্য কৰি) ক'লে, "হে ব্ৰাহ্মণ, আপুনি গ্ৰহণ কৰা পথ সজ্জনসেৱিত পথ নহয়, এই পথৰ ভৱিষ্যত বৰ বিপদসংকুল। উদ্দাম গতিত ধাৱিত ঘোঁৰাই উৰুৱাই যোৱা ধূলিয়ে ইন্দ্ৰিয়ক বশ কৰিব নোৱাৰা লোকৰ দৃষ্টিত বাধা জন্মায়। শুদ্ধমতিসকলে বিশুদ্ধ দৃষ্টিৰে সকলো বিষয়কে দেখা পায়। ধৰ্ম আৰু ক্ৰোধ পানী আৰু জুঁইৰ নিচিনা পৰস্পৰ বিৰোধী। আপুনি পোহৰ এৰি অন্ধকাৰত ডুব মাৰিছে। সকলো তপস্যাৰ মূল হ'ল ক্ষমা। লোকৰ দোষ দেখি থকা মানুহে নিজৰ আসক্তি আৰু দোষ দেখা নাপায়। চকু থাকিও খঙাল মানুহ অন্ধ, কৰ্তব্য-অকৰ্তব্য কথাৰ বিচাৰৰ ক্ষমতাহীন। খঙে (আসক্তিয়ে) প্ৰথমে আক্ৰমণ কৰে ইন্দ্ৰিয়ক, তাৰ পিছত চকুক। আগতে বিস্তৃত হৈ পৰে অপযশ। লোকক বিনাশ কৰিবলৈকেই আপোনাৰ বিষবৃক্ষহেন এই জঁটা আৰু বল্কল নেকি ? আপোনাৰ মুনিবেশত এইবোৰ খাপ নাখায়—এয়া যেন আপোনাৰ কৃত্ৰিম বেশ। ক্ৰোধক আপুনি আপোনাৰ অন্তৰত দমাই ৰাখিব পাৰিব লাগিছিল ; অথচ সেই খঙেৰে আপুনি

দমন কৰিলে নিৰপৰাধীনি সৰস্বতীক। আপোনাৰ ভ্ৰান্তিৰ কাৰণে আপুনি হ'ল নিন্দাৰ পাত্ৰ।"

তাৰ পিছত সৰস্বতীলৈ লক্ষ্য কৰি ক'লে, "আই, তুমি দুখ নকৰিবা। সাৱিত্ৰীও যাব তোমাৰ লগতে। মোৰ পৰা তুমি বিচ্ছেদ হলেও এইজনী হব তোমাৰ লগৰী -- সান্ত্বনাৰ বান্ধৱী। তুমি নিজৰ পুত্ৰৰ মুখ নেদেখালৈকে তোমাৰ ওপৰত এই অভিশাপে ক্ৰিয়া কৰিব; পুত্ৰমুখ দেখাৰ পিছত হ'বা অভিশাপমুক্তা।" এই বুলি কৈ ব্ৰহ্মাই দেৱতা, অসুৰ আৰু মানৱ সকলোকে বিদায় দিলে। যাবৰ পৰত তালৈকে বেগাই অহা নাৰদৰ কান্ধত হাত থৈ নিত্যকৰ্ম কৰিবলৈ উঠিল। অভিশপ্তা সৰস্বতীয়েও তলমূৰ কৰি সাৱিত্ৰীৰ লগত ঘৰলৈ গল।

ইতিমধ্যে সূৰ্য্যদেৱতাই মধ্যম লোকলৈ অৱতৰণ কৰিলে; এই অৱতৰণ যেন সৰস্বতীৰ অৱতৰণৰ বতৰা দিবৰ কাৰণেই হৈছিল। সূৰুযৰ দীপ্তি কমি আহিল, পদুমৰ মুকুলবোৰেও সৰোবৰত বিষণ্ন হৈ পৰিল। নিখিল বিশ্বৰ একমাত্ৰ চকু ভগৱান সূৰ্য্যইও অৱতৰণ কৰিলেগৈ পৰ্বতশিখৰত।

গাইৰ ওহাৰৰ পৰা নিগৰি ওলাই অহা গাখীৰৰ ধাৰাৰে বগা হৈ পৰা আশ্ৰম-ভূমিক দেখি ভাব হয় যেন উদয় হব ধৰা চন্দ্ৰই ক্ষীৰ সাগৰৰ ঢৌত গা ধুইছে। চৌৱৰধাৰী ঐৰাৱতে যেন টহল দি ফুৰিব ধৰিছে সন্ধিয়া কালত। ৰক্তিম আকাশ। অস্তগামী সূৰুযক অৰ্ঘ্য দি উঠি সাধকসকলে যেন নক্ষত্ৰপথলৈ উভতি গৈছে। ব্ৰহ্মাৰ কাৰণে যেন ব্ৰহ্মালোকত নতুন নতুন পদুম ফুলিব এতিয়া। বেদমন্ত্ৰ উচ্চাৰণ কৰিব নিজেই ব্ৰহ্মাই। যজ্ঞৰ অগ্নিৰ প্ৰজ্বলিত শিখাই যেন আলোকিত কৰিলে সপ্তৰ্ষিসকলৰ মন্দিৰ —যেন তাত আৰতিৰ হৈছে আৰম্ভণ।

মন্দাকিনীৰ পাৰ পৱিত্ৰ কৰি তপস্বীসকলে সান্ধ্য উপাসনাৰ বাবে বহিল। মন্দাকিনীৰ পানীত আনন্দতে সাতুৰি ফুৰা হাঁহজাকে ঢৌক উদ্বেলিত কৰিলে। পদুম বনৰ মধুৰ গোন্ধত যেন মধুকৰৰূপী জলদেৱতা আনন্দত বিভোৰ। পদ্মমধু পাণ কৰি উঠি ৰাজহংসবোৰে নিদ্ৰাকুল হবৰ মানস কৰিছে; সংকুচিত হব ধৰা পদুমৰ অন্তৰ-

খোটালীত শুই যেন পৰিল ভ্ৰমৰ।

আহিছে সন্ধিয়া তাম্ৰবৰ্ণ হৈ, ক্ৰমে ক্ৰমে ঢাকি দিলে পৃথিৱীক নতুন আন্ধাৰে। নৈশ কামিনীৰ কৰ্ণাভৰণত জ্বলি উঠিল প্ৰদীপ চম্পক কলিৰ দৰে। পূৰ্ব দিশত লাহে লাহে উদিত চন্দ্ৰৰ কিৰণে আগফালৰ অন্ধকাৰ কৰি দিলে ক্ষীণ। আকাশ ত্যাগি অন্ধকাৰে ক'লা কৰি দিলে ফুলি উঠা পদুম পুখুৰী।

কামিনীৰ মনৰ ক্ষোভ আৰু অন্ধকাৰ একেলগে মিলি যোৱাৰ দৰে সকলোটি মিলি গল। উদয়গিৰিৰ উদয়-ৰাগ ধাৰণ কৰা নৈশ-বধূৰ ৰাগক্লিষ্ট নয়নৰ দৰে শ্বেতসূৰ্য্য উদিত হব ধৰিছে। এনেহে লাগিছে যেন গোলোক-ধামৰ পৰা গাখীৰৰ সোঁত বৈ আহি চন্দ্ৰ-লোকৰ সমুদ্ৰক পুৰাই দিবহি। এনেহেন সময়তে সাবিত্ৰীয়ে ধ্যান মগ্না, অশ্ৰুমতী সৰস্বতীক সম্বোধন কৰি ক'লে, "সখি, তুমিতো জানাই যে ভাগ্যৰ ধৰ্ম সদায় বিপৰীত, ইয়াক অতিক্ৰম কৰিব নোৱাৰি। চেনেহৰ এনাজৰীৰে বান্ধি ৰখা জন্মভূমি এৰা বৰ টান, পৰিচিত-সকলৰ পৰা হব ধৰা বিচ্ছেদ কৰতৰ ৰেপে বিদাৰ কৰা হৃদয়ৰ দৰে। মই জানো যে কোনো দুখে তোমাক তলাব নোৱাৰে। ত্ৰিভুৱনৰ মংগলৰ বাবেই তুমি আছা; অথচ তুমি তোমাৰ চকুলোৰে মুখমণ্ডলক অপৱিত্ৰ কৰিছা কিয়? তুমি দেৱাদিদেৱ শিৱৰ আশ্ৰয় লোৱা, তেওঁ সকলো বিদ্যাৰ আধাৰ, বিশ্বৰ বিধাতা তেওঁ, দেৱতা দানৱক পৱিত্ৰ কৰিছে তেওঁ তেওঁৰ চৰণ ধূলিৰে। চন্দ্ৰকলাক তেওঁ ব্যৱহাৰ কৰি আছে কাণৰ অলংকাৰৰূপে। তেৱেঁই তোমাৰ শাপ আৰু সন্তাপ মোচনৰ উপায় দিব।"

"তোমাৰ শৈশৱৰ লগৰী এইজনী কনিষ্ঠা বান্ধৱী— তোমাৰ লগতে পৃথিৱীলৈ যাবলৈকে সাজু হৈ আছো।"

কথা শুনি সৰস্বতীয়ে চকুলো মচি ক'লে, "হে সখি, তুমি লগত থাকিলে এই ব্ৰহ্মলোক ত্যাগৰ বেদনা মোৰ অনুভূত নহব। দুখ মাথো মোৰ এয়ে যে মই পৰম পিতা ব্ৰহ্মাৰ সেৱাৰ পৰা বঞ্চিত হম। মোৰ ধৰ্ম, যোগ আৰু সমাধি—এইবোৰ সাধনাৰ কাৰণে পৃথিৱীত মোৰ ঠাই ক'ত হব তুমিহে জানিবা।"

পৰম উদ্বেগ আৰু চিন্তাত গোটেই দিনটো উজাগৰে কটালে সৰস্বতীৰ অনিমেশ চকুৰে।

ৰাতিপুৱাৰ ৰক্তবৰ্ণ দেহা লৈ আগে আগে অৰুণ আৰু কাষত ব্ৰহ্মাৰ বাহন হংসকুলৰ পালকক লৈ সূৰ্য্য উদয় হ'ল। অপৰবক্ত্ৰ-ছন্দত ভাহি আহিল :

"হে সুনিৰ্মল মানসী কলহংসী, তোমালোকে সৃষ্টি কৰিছা কিয় চাঞ্চল্যৰ। ব্যাপক ৰূপ ধাৰণ কৰি তোমালোকে অৱতৰণ কৰা; আকৌ কৰিবা গমন ব্ৰহ্মালোকলৈ।"

সৰস্বতীৰ মনৰ ভাৱনাকে প্ৰকাশ কৰা এই বাণীক সম্ভাষণ জনালে আৰু তেওঁৰ বিচ্ছেদত কাতৰ হৈ পৰা সকলৈ নোচোৱাকৈয়ে ব্ৰহ্মাক তিনিবাৰ প্ৰদক্ষিণ কৰি নিজৰ জাতি-কুল ওভোটাই দিলে আৰু ব্ৰহ্মালোকৰ পৰা ওলাল। আকাশৰ পৰা নিৰ্গত হোৱা মন্দাকিনীক অনুসৰণ কৰি তেওঁ মৰ্ত্যলোকত অৱতৰণ কৰিলেহি। আকাশত থকা সময়তে তেওঁ দেখিছিল মহানদ : নিম্নগামী দুগ্ধফেন— যেন বৰুণৰ হাৰৰ দৰে আৰু শিৱৰ মূৰত পিন্ধাবলৈ এধাৰ মালতীৰ দৰে হিৰণ্যবাহু মহানদ নামৰ সোণ নদীখন। 'বালখিল্য' পুষ্পাবৃত মণ্ডাৰিণৰ দুপাৰ গছ-গছনিৰে ভৰা— মন্দাকিনীতকৈও দীপ্তিময়। এই ৰূপ-লাৱণ্যত মোহিত হৈ সৰস্বতীয়ে সাৱিত্ৰীক জনালে যে বৃহস্পতিৰ যজ্ঞৰ হোমৰ ধোঁৱাৰে ধূমায়িত, মোহময় এই নদীৰ পাৰতে বাস কৰিবলৈ তেওঁৰ মন গৈছে। সাৱিত্ৰীয়েও এই কথাত সন্মতি জনালে।

মহানগৰীৰ পশ্চিম পাৰত তেওঁলোকে অৱতৰণ কৰিলে। দেখিলে তাত এটি পৱিত্ৰ লতামণ্ডপ। ঘৰ বুলি সেই লতামণ্ডপতে সোমাল। তাৰ পিছত নদীৰ পৱিত্ৰ জলত গা ধূলে। ভক্তিপূৰ্ণভাৱে বালিৰে এটি শিৱলিংগ স্থাপন কৰি তাত পূজা অৰ্চনা কৰিলে, পুষ্পাৰ্ঘ্য দান কৰি ধ্যান কৰিলে পৃথিৱী, পৱন, জল, আকাশ, সূৰ্য্য আৰু চন্দ্ৰ— এই অষ্টমূৰ্তিক। লতামণ্ডপতে শয়ন-বেদী স্থাপন কৰি তেওঁলোক মগন হল সুখনিদ্ৰাত।

এনেদৰেই অতিবাহিত হবলৈ ধৰিলে বাকীবোৰ দিন।

কিছুদিন পাৰ হল।

এদিন ব্ৰহ্মমুহূৰ্ততে উঠি সূৰ্য্য উদয়ৰ প্ৰথম দৃষ্টি চকুত পৰাৰ লগে লগেই স্পষ্টভাৱে সৰস্বতীৰ কাণত পৰিল— উত্তৰ দিশৰ পৰা আহি থকা এটি ঘোঁৰাৰ গম্ভীৰ খোজৰ শব্দ। এই শব্দৰ প্ৰতিধ্বনি উঠিছে গভীৰ বনাঞ্চলতো। কৌতুহলত ওলাই গৈ তেওঁ দেখিলে— ফুলি উঠা কেতেকী ফুলৰ হালধীয়া ৰঙৰ দৰে অদূৰত ধূলি উৰুৱাই কোনোবা এজন আগবাঢ়ি আহি আছে তেওঁৰ ফালে। ধূলিৰাশিৰ মাজত দেখিলে জাকপাতি ফুৰি থকা এজাক মাছৰ দৰে এটি ঘোঁৰাৰ জাক। লগে লগে আহি আছে বতাহৰ গতিত দৌৰা অলেখ পদাতিক সৈন্য। সৈন্যবোৰে চিঞৰি আহিছিল— 'সাৱধান – সাৱধান, বাট এৰি দিয়া—বাট এৰি দিয়া।'

সৰস্বতীয়ে এইবাৰ দেখিলে— এইবোৰৰ মাজতে মুকুতাৰ মালা আৰু নানা অলংকাৰ পৰিহিত নৱ যৌৱনপ্ৰাপ্ত এজন সুবেশী যুৱক —বয়সত ওঠৰ বছৰ-প্ৰায়। তেওঁৰ পদ্মৰাগ মণিৰ পৰা বিয়পিছে ৰক্তিম আভা। সুগঠিত বাহুৰে শক্তিমান যুৱকজনৰ মনত যেন এই ত্ৰিভুৱন অতি তুচ্ছ। তেওঁ সকলো দিশক একগোট কৰি সুৱৰ্ণমালাৰে সজ্জিত এটি প্ৰকাণ্ড ঘোঁৰাত উঠি আহিছিল। ঘোঁৰাৰ গতিবেগ মনৰ গতিবেগৰ দৰে। তেওঁৰ কাষে কাষে আহি আছে দুজন পৰিচাৰক; পৰিচাৰকৰ হাতত বগা চোঁৱৰ, আগে আগে আহি আছে এজন চাৰণ। মানুহবোৰৰ সুললিত কণ্ঠত সুভাষিত মন্ত্ৰ উচ্চাৰিত হৈ আহিছিল আৰু সেই মন্ত্ৰধ্বনি শুনি ৰোমাঞ্চিত হৈ উঠিছিল সৰস্বতী, শৃংগাৰ ৰসাত্মক ক্ষণ এটিৰ ৰচনা কৰি কামদেৱৰ আৱিৰ্ভাৱ হৈছে বুলি অনুভৱ কৰিছিল তেওঁ, যুৱকৰ চকুত যেন সম্মোহিনী বাণ। যুৱকজনৰ কাষে কাষে আৰু এটা ঘোঁৰাত উঠি আহিছে বগা সাজ পিন্ধি এজন আচাৰ্য্য। আচাৰ্য্য আছিল শান্ত সৌম্য আৰু মহানুভৱ। মূৰত তেওঁৰ বগা ৰেচমৰ পাগুৰী।

আগে আগে গৈ থকা পদাতিক সেনাৰ মুখত যুৱকজনে দেৱকন্যা সৰস্বতীৰ কথা শুনিলে। মনত জাগৃত হল কৌতুহল। তেওঁলোকে লতামণ্ডপৰ ফালে আহি অলপ দূৰত ঘোঁৰা এৰি খোজকাঢ়ি উপস্থিত হল লতামণ্ডপত। উপস্থিত হৈয়েই সাবিত্ৰীক অভিবাদন জনালে।

সাৱিত্ৰী আৰু সৰস্বতীয়েও বনবাসৰ নিয়ম অনুসাৰে আদৰিলে অভ্যাগতক। আসন গ্ৰহণ কৰাৰ পিছত বয়স্কজনক সম্বোধি সাৱিত্ৰীয়ে সুধিলে, "হে আৰ্যা, নাৰীজাতি লাজকুৰীয়া; লাজেই তেওঁলোকৰ সম্পদ। লগ পোৱা মাত্ৰকে প্ৰথমতে কথা কোৱাটো নাৰী জাতিৰ কাৰণে অশালীন কথা। অথচ আপোনসৱক দেখি আমাৰ কৌতুহল জন্মিছে আৰু আপোনাসৱৰ পৰিচয় জানিবৰ মন গৈছে। এগৰাকী যুৱতীৰ মনত উদয় হোৱা চাঞ্চল্যৰ বশৱৰ্তী হৈ মই কথা পাতিব খোজা বুলি নধৰে যেন। দেৱতাৰ প্ৰীতিভাজন যেন এইজনা পুৰুষৰ মধুৰ আচৰণে কথা পাতিবৰ কাৰণে প্ৰেৰণা দিছে।"

"কোনখন দেশ সুদা কৰি আহিছে এওঁ, কোন এওঁ কামদেৱ-তুল্য যুৱক? কোনজন তাপস পিতৃ, আৰু মাতৃ কোন এওঁৰ? কোনটো পুণ্য আখৰে চিহ্নিত কৰিছে তেওঁৰ নাম?"

সাৱিত্ৰীৰ প্ৰশ্নৰ উত্তৰ দি তেওঁ কলে "হে আয়ুষ্মতি, তোমাৰ কথাত আমি আহ্লাদিত হৈছো। পৰিচয় শুনা: ভাৰ্গৱ বংশৰ ভূষণ প্ৰবল প্ৰতাপী চ্যবনৰ পুত্ৰ এওঁ নাম দধীচ। এওঁৰ পিতৃ চ্যবনৰ চৰণ সুৰাসুৰৰ আৰাধ্য, তেৱেঁই ভস্ম কৰিছিল ৰাক্ষস পুলোমাক। মাক তেওঁৰ ত্ৰিভুৱনৰ কন্যাৰত্ন সুকন্যা। যিজনাৰ পিতৃ শৰ্য্যাতৰ চৰণত হাজাৰ হাজাৰ নৃপতিয়ে সেৱা কৰি থাকে। গৰ্ভৱতী সুকন্যাক পতি-গৃহৰ পৰা পিতৃগৃহলৈ আনিছিল আৰু তাতেই জন্ম হৈছিল এইজনা যুৱক দধীচৰ। পিছত এওঁৰ মাক পতিগৃহলৈ গল যদিও ককাকৰ ঘৰতে এওঁ থাকি শিক্ষা ল'লে সমস্ত বিদ্যা আৰু কলা। পিতাকক দেখা দি আনন্দ দিবৰ বাবেই আজি তেওঁৰ এই আগমন। আৰু মই হলোঁ বিকুক্ষি--এওঁলোকৰ এজন আজ্ঞাবাহী ভৃত্য বুলিও ধৰিব পাৰা। ইয়াৰ পৰা মাত্ৰ দুই ক্ৰোশ দূৰত থকা শোণনদীৰ পাৰৰ চৈত্ৰৰথৰ তুলনাৰ বনত চ্যবনৰ নিবাস। আমি তালৈকে যাওঁ বুলি আহিছো। অৱজ্ঞা নকৰি তুমিও যদি তোমালোকৰ পৰিচয় দিলাহেঁতেন! সূৰ্য্য কিৰণোজ্জ্বলা, কৃষ্ণকেশী, মৃগনয়না, ওঁঠত পদুমৰ হাঁহি লৈ তোমাৰ কাষত থকা ভাস্বৰ মূৰ্তিৰ কন্যাৰ পৰিচয়ো যদি দিলাহেঁতেন!"

সাৱিত্ৰীয়ে ক'লে, "সময়ত সকলো জানিব, ওচৰতে থাকিব

যেতিয়া এদিন পৰিচয় হবই।'' —এইবুলি কৈ তেওঁ বৈ গল।

তেওঁলোকে বিদায় লৈ গল' ঘোঁৰাত আৰোহন কৰি গৈ থকা পুৰুষজনলৈ অনিমেষ নয়নেৰে সৰস্বতীয়ে চাই থাকিল – যেন সেই দৃষ্টি ছবি এখনৰ স্থিৰ দৃষ্টি।

শোণ নদী পাৰ হৈ দধীচে পালেগৈ নিজৰ আশ্ৰম। একেধ্যানে বহুপৰ চাই চাই অৱশেষত অতি কষ্টেৰে সৰস্বতীয়ে দৃষ্টি ঘূৰাই নিশ্চুপ হৈ থাকিল বহুপৰ। তেওঁৰ হৃদয়ত অংকুৰিত হৈছে এক নৱ অনুৰাগ, এক নতুন বিস্ময়। মানস পটত সঘণাই চিত্ৰিত হৈছে সেইজন যুৱকৰ মুখ— তেওঁৰ লগে লগে গৈ আছে যেন সৰস্বতী। যুৱকক পুনৰ্বাৰ দেখা পাবৰ এক প্ৰচণ্ড হাবিয়াস তেওঁৰ। এক নতুন বিস্ময়ে বিধৌত কৰিছে তেওঁৰ দেহাৰ সৰ্বাংগ। জৰ্জৰিত দেহা-মন --যেন এক নিদ্ৰাত বিভোৰ। সৰ্বাংগত বগাই ফুৰিছে যেন নতুন লতিকাৰ আগ; ম্লান পৰি নামি অহা জীৱনৰ আন্ধাৰৰ পিছত আকাশত বগাবলৈ উদ্ভাসিত হ'ল যেন জ্যোৎস্না— সন্ন্যাসীৰ সন্ধানত মন্দাকিনীৰ ৰাজহংসৰ দৰে।

সাৱিত্ৰীয়েও তেওঁৰ সান্ধ্য প্ৰাৰ্থনা সমাপন কৰি গতানুগতিকভাৱে শুই পৰিল পল্লৱ শয্যাত।

আনপিনে সৰস্বতীয়ে চকু মুদি আছে, অথচ তেওঁৰ টোপনি অহা নাই। তেওঁ ভাবিছিল: 'ত্ৰিভুৱনৰ সকলো অলংকাৰতকৈও শ্ৰেষ্ঠ এই মৰ্ত্য, এই মৰ্ত্য গৌৰৱৰ স্থল। লাৱণ্যময়ী। চন্দ্ৰৰ দৃষ্টিত এই মৰ্ত্য শুভ্ৰ, নীল আৰু ৰক্তিম পদুমৰ বেদী। এনেহেন লাৱণ্যময় পৰিৱেশক মোহিত কৰিব পাৰে একমাত্ৰ কামদেৱেহে। যিসকল নাৰীৰ চকু, হিয়া আৰু সুকোমল সৌন্দৰ্য্যৰ মাজেদি তেওঁ ৰাগৰি অহা নাই তেওঁলোকেইহে পুণ্যৱতী। মই মোৰ পূৰ্বজন্মৰ কোনো এটি অধৰ্মৰ কাৰণেহে তেওঁক মাত্ৰ ক্ষন্তেকৰ কাৰণে দেখা পালো।'

সৰস্বতীয়ে সপোনত দেখিলে তেওঁক দ্বিতীয়বাৰ: কামদেৱে যেন তেওঁক আঘাত কৰিবলৈ নিৰ্দয়ভাৱে বাণ নিক্ষেপ কৰিছে— তেওঁৰ বেদনাকাতৰ অৱস্থাৰ বতৰা লবলৈহে যেন আহিছে। ফুলপাহৰ ধূলি পৰি তেওঁৰ চকুক আঘাত কৰা নাই, অথচ তেওঁৰ চকুৰ পৰা পানী

ওলাইছে বুলি তেওঁৰ অনুভৱ হৈছে। শোণ নদীত পৰি ৰাজহংসই পাখি জোকাৰি দিছে ; সেই বাওত অহা জলকণাই সিঁচি নিদিয়াকৈয়ে তেওঁৰ চকু সেমেকি পৰিছে ; ফুলৰ পৰাগত বিচৰণ কৰি মৌমাখিয়ে দংশন কৰা নাই, অথচ তেওঁ হৈ পৰিছে বিচলিত।

এনেকৈয়ে অতিবাহিত হল কিছুদিন। এক গভীৰ আশাপূৰ্ণ অপেক্ষাত বাটলৈ চাই থাকোঁতে থাকোঁতে এদিন তেওঁ দেখা পালে সেই পথেৰে আহি উপস্থিত হৈছে বিকুক্ষি। তেওঁক দেখা পাই আনন্দতে নাচি উঠিল সৰস্বতী। হৰিণাৰ নিচিনাকৈ ডিঙি মেলি আঁতৰৰ পৰাই এনেধৰণেৰে চালে যেন পথশ্ৰান্ত আলহীক বহু আঁতৰৰ পৰাই আলোকেৰে ধুই অৱগাহন কৰাইছে।

বিকুক্ষিয়ে আসন গ্ৰহণ কৰাৰ পিছত সাৱিত্ৰীয়ে সবিনয়ে সুধিলে, "হে আৰ্য্য, কুমাৰৰ কুশলনে ?"

তেওঁ ক'লে, "হে দেৱি, কুমাৰ কুশলে আছে ; আপোনালোক দুয়োগৰাকীকে তেওঁ স্মৰণ কৰি থাকে। × × × আপোনালোকৰ খবৰ লবলৈ তেওঁ অলপতে এগৰাকী নাৰীক প্ৰেৰণ কৰিব খুজিছে।"

কথা শুনি সাৱিত্ৰীয়ে ক'লে, "এৰা তেওঁ সঁচাকৈয়ে মহান। × × × ইয়াৰ পৰা যাওঁতে তেওঁ কাপোৰত বিন্ধি থৈ গল যেন বন্য লতাৰ কাঁইট × × ×।"

এনেকৈয়ে কিছু ক্ষণ অতিবাহিত কৰি বিকুক্ষিয়ে নিজৰ ঠাইলৈ প্ৰস্থান কৰিলে।

পিছদিনা অন্ধকাৰ ঠেলি নতুন সূৰ্য্য উদ্ভাষিত হ'ল সহস্ৰ ৰশ্মিৰে— ৰঙা পদুমে পাহ মেলাৰ দৰে। আঁতৰৰ পৰাই দেখা গল শোণ নদী। আৰু দেখা গল শোণ নদী পাৰ হৈ আহি আছে এগৰাকী নাৰী—নাম তেওঁৰ মালতী।

আনন্দত অধীৰা সৰস্বতীৰ অন্তৰে মধুৰ সম্ভাষণ যাচিছে। তেওঁ নিজৰ আনন্দাশ্ৰুৰে যেন অৱগাহন কৰিছে নিজে, মুখত বিৰিঙিছে তেওঁৰ আনন্দৰ হাঁহি........। আঁতৰৰ পৰাই শিৰ নত কৰি সৰস্বতীয়ে

মালতীক সেৱা জনালে। মালতীয়ে তেওঁৰ মূৰত হাত থলে আৰু দধীচই দিয়া দায়িত্ব মতে সম্ভাষণ জ্ঞাপন কৰিলে। তাৰ পিছত মধুৰ কথা-বতৰাৰে তেওঁ সাৱিত্ৰী আৰু সৰস্বতীৰ অন্তৰ জয় কৰিলে।

দুপৰীয়াৰ বেলি লহিয়াইছে। গা ধুবলৈ গৈছে সাৱিত্ৰীয়ে শোণ নদীলৈ। পুষ্পশয্যাত আছে সৰস্বতী। এনে সময়তে লগৰীসকলক এৰি মালতী সৰস্বতীৰ কাষলৈ গল আৰু ক'লে, "হে দেৱি, আপোনাক এটা গোপন কথা কব খোজো।"

দধীচৰেই বতৰা হব বুলি সৰস্বতী উদগ্ৰীৱ হৈ পৰিল। তেওঁৰ বাওঁহাতখন আপোনাআপুনি বুকুৰ ওপৰলৈ গল। বাওঁহাতৰ নখত পৰিছিল সূৰ্য্যৰ কিৰণ যেন তেওঁৰ হৃদয়ৰ সমস্ত কৌতুহল অংকুৰিত হৈছে নখৰ আগেদি। বল্কলৰ আঁচলেৰে ঢাকিবলৈ যত্ন কৰিলে বুকু-খন ; কাণৰ পৰা সুলকি পৰিছিল পল্লৱপাহ- যেন কথাখিনি শুনিবৰ কাৰণে চঞ্চল হৈ পৰিছে কাণ দুখন। তেওঁৰ কাষতে তুলি আছিল তৰুলতা, তাতো উঠিছে কঁপনি যেন তেওঁৰ আশাৰ প্ৰতীক এই কম্পিত লতা। তেওঁৰ মুখমণ্ডলতো চাঞ্চল্য, উলাহৰ মাজেদি উৎফুল্ল হৈ যেন নিগৰি ওলাইছে শৃংগাৰ ৰস। সেই শৃংগাৰ ৰসৰ প্লাৱনে যেন প্লাৱিত কৰিলে সমস্ত জীৱ জগতক। পুষ্পশয্যাৰ সুগন্ধৰ মাজত তেওঁ এতিয়া দগ্ধ কামাগ্নিৰে ; এনে সময়তে মদন-চঞ্চল দেহক বিৰক্ত কৰিবলৈ আগবাঢ়ি আহিছে এটি ভোমোৰা।

লাজ লাজকৈ তেওঁ ক'লে, "মনে মনে কোৱা × × × তুমি মোৰ ভনী, প্ৰাণৰ লগৰী। তোমাৰ শুচৰত মোৰ হৃদয় খোলা আছে, তুমি নিশ্চিন্তমনে কব পাৰা।"

মালতীয়ে ক'লে, আপুনি জানেই যে কব খোজা কথাখিনি অতি মধুৰ। ইন্দ্ৰিয় কামনাত আপোনাৰ যৌৱন উন্মত্ত, মন চঞ্চল। আপোনাক দেখিবৰে পৰা তেওঁ ( দধীচ ) আক্ৰান্ত হৈছে কামবাণেৰে, বেদনাৰে সিক্ত তেওঁৰ মন ........। দধীচক সুযোগ্য বুলি যদি কওঁ তেনেহলে তেওঁক প্ৰশংসা কৰা হয়, সুচৰিত্ৰবান বুলি কোৱাটোও অপ্ৰাসংগিক হব, যদি কওঁ ধীৰ বুলি তেন্তে মদন-কামনাৰ বিৰুদ্ধ হব, আৰু যদি কওঁ যে তেওঁ এজন যোগ্য পুৰুষ তেনেহলে সেই

কথা কোৱা হব আপোনাৰ বাবেহে। × × × যদি কওঁ যে আপুনিহে তেওঁৰ গৃহিণী হোৱাৰ যোগ্য তেনেহলে হয়তো দেখুৱা হব লোভ, × × সপোনত তেওঁ আপোনাকহে দেখে বুলি যদি কওঁ তেনেহলে সাক্ষ্য দিবলৈ একো নাই। মইনো আৰু কি কম—এইখিনি কথাৰেই গোটেইখিনি কোৱা হল বুলি ধৰি লওক আৰু যি বুজে বুজক।" —এইবুলি কৈ তেওঁ নীৰৱ হল।

বিস্ময়ত সৰস্বতীৰ চকুৰ পতা অধিক মেল খালে। তেওঁ ক'লে, "আৰু নকবা, মই কথা কব নোৱাৰা হৈছো। মোৰ এই জীৱনৰ ভৱিষ্যতৰ কথা তোমাকে এৰি দিছো।"

"আপোনাৰ আদেশ মই পালন কৰিম" বুলি আনন্দত অধীৰা মালতীয়ে প্ৰণাম কৰিলে আৰু অতি বেগবান ঘোঁৰাত আৰোহণ কৰিলে। তাৰ পিছত দধীচক চ্যৱণাশ্ৰমলৈ আনিবলৈ শোণ নদী পাৰ হৈ গল। ইফালে শ্বাশ্বতীয়েও সাৱিত্ৰীক মৰমতে সকলো জনালে।

দিনমণিয়ে বিদায় মাগিলে। চাৰিওফালে নামি আহিল অন্ধকাৰ। পৰ্বতৰ গুহা এৰি ওলাই অহা সিংহটিৰ দৰে আকাশ উজলাই ওলাই আহিল চন্দ্ৰমা আৰু ক্ৰমে পূৰ্বদিশ এৰি যোৱাৰ গতি আৰম্ভিলে।

সৰস্বতীয়ে সপোনতে সেৱা কৰিলে দধীচৰ চৰণ, তেওঁৰ কঁপালৰ ভূষণ এতিয়া আকাশৰ জোনটো, জোনৰ পোহৰে যেন কামদেৱৰ বতৰা দিছে এইবুলি: 'হে মধুহাসিনি, তোমাৰ প্ৰিয় দধীচৰ বাহিৰে তোমাৰ বক্ষত আৰু কাৰো অধিকাৰ নাই........।" এইবাৰ সৰস্বতীয়ে ভাবিলে: 'সকলো কথা জানি-বুজিও মই চঞ্চলা হৈছো কিয় ? ময়েই যদি এনেকুৱা হওঁ তেনেহলে চঞ্চলা-চপলা তৰুণীসকলৰ গাত দোষ দিম কেনেকৈ ?'

মধুমাস বসন্তৰ সুগন্ধি বিলাই ৰাজহংসৰ নিচিনাকৈ পদুমৰ মৃণাল লৈ দধীচ আহিল মালতীৰ লগত। মলয়ানীলৰ উজ্জ্বল চন্দনৰ প্ৰলেপ সনা মেঘ দেখি মতলীয়া ময়ূৰৰ নিচিনাকৈ আনন্দোল্লাসিত হৈ

মলয়াত মৃদু কম্পিত কোমল লতাৰ দৰে কম্পন তুলি আহিছে তেওঁ কামৰ উদ্দীপনাক লৈ যেন ভাহি আহিছে ৰতি ৰসত। সুগন্ধত আপ্লুত ভোমোৰাবোৰে তেওঁক এনেদৰে আগুৰি ধৰিছিল যেন তেওঁৰ দেহ নীলবস্ত্ৰৰ দ্বাৰা আবৃত হৈ পৰিছে। মদন-কামনাত উন্মত্ত হাতীৰ কাণৰ নিচিনাকৈ উজলি উঠিছিল তেওঁৰ গাত চন্দ্ৰমাৰ দীপ্তি।

প্ৰিয়তমাৰ নুপুৰৰ ধ্বনিত মিলি যোৱা হংসৰ কাকলি যেন মধুৰ সুৰত তেওঁ সৰস্বতীক জনালে সাদৰ সম্ভাষণ। কামদেৱে দিয়া আজ্ঞা, যৌৱনে দিয়া উপদেশ, অনুৰাগে দান কৰা শিক্ষা, বিদগ্ধজনে দিয়া জ্ঞানৰ দৰে তেওঁ অতিবাহিত কৰিলে সেই মধুৰ নিশাটো তেওঁৰ প্ৰেয়সী সৰস্বতীৰ লগত। বিশ্বাসভাজন হৈ পৰা দধীচক সৰস্বতীয়ে এই সুযোগতে তেওঁৰ জীৱনৰ সকলো কাহিনীও শুনালে।

এনেকৈয়ে বাগৰি গল এটা বছৰ, এটা বছৰ নহয় যেন—এটা দিনহে।

দৈৱযোগত সৰস্বতীয়ে গৰ্ভধাৰণ কৰিলে ; পৱিত্ৰ ক্ষণত জন্ম হ'ল এটি শিশু— সুলক্ষণযুক্ত পুত্ৰ। ওপজাৰ লগে লগেই তেওঁ পুত্ৰলৈ বৰ প্ৰদান কৰি ক'লে, ' মোৰ প্ৰভাৱত সকলো প্ৰকাৰ বেদৰ ৰহস্য, সকলোবিধ শাস্ত্ৰ, সকলোবোৰ কলা-বিদ্যা নিজে নিজে প্ৰকাশিত হওক এই পুত্ৰৰ মাজেদি।" তাৰ পিছত যোগ্য ·বানীক হৃদয়ত ধাৰণ কৰি ব্ৰহ্মাৰ পূৰ্বৰ আদেশ অনুসৰি সাবিত্ৰীৰ লগত সৰস্বতীয়ে পুনৰ ব্ৰহ্মালোকলৈ গল।

সৰস্বতীয়ে এইদৰে গুচি যোৱাত দধীচৰ হৃদয়ত যেন হল বজ্ৰ-পাত। পুত্ৰটিৰ লালন-পালনৰ ভাৰ তুলি দিলে আশ্ৰম-কন্যা অক্ষ-মালাৰ হাতত। অক্ষমালা আছিল ভৃগুবংশৰ এজন ব্ৰাহ্মণ-ভ্ৰাতৃৰ সহধৰ্মীনি। তাৰ পিছত বিৰহ বাতৰ হৃদয় এখন লৈ তেওঁ তপস্যাৰ কাৰণে গুচি গল বনলৈ।

সৰস্বতীৰ পুত্ৰ জন্মৰ সময়তে অক্ষমালাইও জন্ম দিছিল এটি পুত্ৰ সন্তানক। এই দুই শিশুক একেলগে স্তন্যপান কৰাই একেলগে ৰাখি তেওঁ ডাঙৰ কৰিলে। তাৰে এজনৰ নাম ৰাখিলে সাৰস্বত ( সৰস্বতীৰ পুত্ৰ ) আৰু আনজনৰ নাম ৰখা হ'ল বৎস। এই দুই

সন্তানৰ মাজত গঢ়ি উঠিল ভ্ৰাতৃসুলভ প্ৰীতি।

মাকৰ মৰমৰ প্ৰভাৱত যৌৱনৰ প্ৰাৰম্ভতে সাৰস্বতই সৰ্ববিদ্যা আয়ত্ব কৰি ল'লে আৰু সিফালে তেওঁৰে প্ৰাণতুল্য ভ্ৰাতৃ আৰু বন্ধু বৎসই সমস্ত বাংময় সঞ্চাৰিত কৰি দিলে। বৎসৰ প্ৰীতিৰ কাৰণে প্ৰীতিকূট নামে এটি আবাস সাজি তেওঁ (সাৰস্বতই) বিয়াও কৰাই দিলে আৰু নিজে পলাশ-দণ্ড, কৃষ্ণসাৰ মৃগৰ ছাল, বল্কল বস্ত্ৰ, মেখলা আৰু জটা ধাৰণ কৰি তপস্যাৰ কাৰণে গল পিতৃ দধীচৰ ওচৰলৈ।

বৎসৰ আদি পুৰুষসকলে জ্ঞান-সমৃদ্ধ কৰিছিল বৈদিক শাখাৰ বিদ্যাৰ্থীসকলক। গতিকে বৎসৰ পৰাই প্ৰৱৰ্তিত হল পবিত্ৰ গংগাৰ ধাৰাৰ দৰে বংশলতা। এইজনেই বৎস যাৰ নাম চৌদিশে বিস্তৃত হৈ পৰিছে, যাক শিৰত তুলি লৈছে ৰজাসকলে, সমস্ত কলাবিদ্যাত হৈছে যিজন পাৰদৰ্শী, যাক সম্মান কৰে মুনিসকলে, যিজনে উৎপন্ন কৰে শত্ৰুপক্ষৰ ক্ষোভ, পৃথিৱীজুৰি ব্যাপ্ত হৈ পৰিছে যাৰ প্ৰতাপ, সকলো অসদাচাৰৰ পৰা অস্খলিত আৰু উৎকৃষ্ট চৰিত্ৰৰ অধিকাৰী যিজন·······। এই বংশৰ পৰাই উৎপত্তি হৈছে বাৎসায়ন নামৰ অসাধাৰণ ব্ৰাহ্মণসকল। গৃহী হৈও তেওঁলোক সন্ন্যাসী; এওঁলোক সদায় অহিংস, সত্যবাদী, অকপট (দম্ভহীন) আৰু সকলো প্ৰকাৰৰ কুটিলতা আৰু ভণ্ডামীৰ আঁতৰত। লোক-নিন্দাত এওঁলোক পৰাঙ্মুখ, বিশুদ্ধ অন্নগ্ৰহণকাৰী, স্থিৰ চিত্ত······· কবি, সুবক্তা, সকলো গ্ৰন্থৰ কঠিনতা দূৰীকাৰক······ নৃত্য-গীত আৰু বাদ্য এওঁলোকৰ অৱশ্য-সাধনা। × × × এওঁলোক পৰোপকাৰী, দয়াশীল, কাকো সন্তাপ নিদিয়ে—কিন্তু নিজে সূৰ্য্যৰ প্ৰভা, উত্তপ্তহীন অগ্নি, কোনো স্তম্ভৰ ওপৰত প্ৰতিষ্ঠিত নহয়—অথচ নিজে একোটা মন্দিৰ, কপটতাবিহীন, মহাশক্তিমান অথচ সেই শক্তি কাকো বিধ্বস্ত কৰিবলৈ নহয়।

এইদৰে পাৰ হৈ গল বছৰৰ পিছত বছৰ। পাৰ হৈ গল নিৰৱচ্ছিন্নভাৱে বহু যুগ; তেওঁলোকৰ বংশলতা বৃদ্ধি হৈ থাকিল। এই বংশলতাতে বিনতাৰ পুত্ৰৰ নিচিনা ব্ৰাহ্মণ পুত্ৰ কুবেৰৰ জন্ম হ'ল।

কুবেৰে জন্ম দিলে অচ্যুত, ঈশান, হৰ আৰু পাশুপাত নামৰ চাৰিজন পুত্ৰক। এই চাৰিজনেই আৰম্ভ কৰিছিল যেন চাৰিটা যুগৰ।

বিদগ্ধ বেদশাস্ত্র-বিশাৰদ আছিল তেওঁলোক। তেওঁলোকৰ সতি-সন্ততিয়ে চাৰিওদিশলৈ বিস্ততি লাভ কৰিলে। সিসকলৰ মাজৰে পাশুপাতৰ পুতেক আছিল এজন— নাম তেওঁ অৰ্থপতি। এইজন পুত্ৰ আছিল ব্ৰাহ্মণ কূলৰ মৰ্য্যাদা, তেওঁৰ আছিল চাৰিও সমুদ্ৰৰ দৰে গুৰু-গম্ভীৰ আৰু সকলো ব্ৰাহ্মণ বংশৰ শিৰোমণি। অৰ্থপতিৰ পৰা জন্ম হ'ল ৰুদ্ৰৰ নিচিনা এঘাৰটি পুত্ৰ; তেওঁলোকৰ নাম ভৃগু, হংস, শুচি, কবি, মহাদত্ত, ধৰ্ম, জাতৱেদঃ, চিত্ৰভানু, ত্ৰ্যক্ষ, অহিদত্ত আৰু বিশ্ব-ৰূপ। এওঁলোকৰ মাজৰে চিত্ৰভানুৰ ঔৰষত আৰু ৰাজদেৱী নামৰ ব্ৰাহ্মণীৰ গৰ্ভত জন্ম হ'ল পুত্ৰ বাণৰ।

বিধিৰ বিধানত শিশুকালতে বাণে মাকক হেৰুৱাব লগা হ'ল; তেওঁৰ পিতৃয়ে চেনেহ আৰু আসক্তি দান কৰি বাণৰ মাতৃৰ স্থান পূৰণ কৰিলে।

লাহে লাহে বাঢ়ি আহিল বাণ। পিতাকে তেওঁৰ উপনয়ণাদি জাতকৰ্ম সম্পাদন কৰি গুৰুগৃহৰ পৰা সমাৱৰ্তন সংস্কাৰো কৰিলে। তাৰ পিছত চৈধ্য বছৰ বয়সতে তেওঁৰ শ্ৰুতি আৰু স্মৃতি শাস্ত্ৰাদি কৰ্ম শেষ হোৱাৰ পিছতে পিতাকেও পৰলোকলৈ গমন কৰিলে। পিতৃশোকত অধীৰ পুত্ৰই কিছুদিন নিজৰ ঘৰতে এক অনিশ্চিত ভৱিষ্যতৰ চিন্তাত কটাবলৈ ধৰিলে। সময়ৰ লগে লগে তেওঁৰ শোক কিছু পাতলিল। শিশুৰ কৌতুহলৰ পিছত যৌৱনৰ আৰম্ভণীতে তেওঁৰ অনু-শাসনহীনতা বাঢ়িবলৈ ধৰিলে। তেওঁ ঘূৰি ফুৰিবলৈ ধৰিলে য'তে-ত'তে। লগো পালে তেওঁৰ সমনীয়া বহুত বন্ধু-বান্ধৱক; তাৰ মাজতে বন্ধুৰূপে আছিল এহাল ভায়েক-ককায়েক— চন্দ্ৰসেন আৰু মাতৃসেন। এওঁলোকৰ মাক আছিল শূদ্ৰা আৰু পিতাক আছিল দ্বিজ। ভাষা কবি ঈশান আছিল পৰম মিত্ৰ; ৰুদ্ৰ আৰু নাৰায়ণ আছিল বাণৰ স্নেহভাজন। আৰু আছিল বৰ্ণ কবি বেণীভাৰত, প্ৰাকৃত ভাষাত ৰচনা কৰিব পৰা কুলপুত্ৰ বায়ুবিকাৰ, চাৰণ কবিদ্বয়—অনংবাণ আৰু সূচী-বাণ, কাত্যায়নিকা (বৌদ্ধ ভিক্ষুণী) চক্ৰবাকিকা, বিষবৈদ্য ময়ূৰক, তাম্বুলী চণ্ডক, বৈদ্যপুত্ৰ মন্দাৰক, পুথি পঢ়োঁতা সুদৃষ্টি, সোণৰ কাম কৰা চামীকৰ, হীৰাৰ কাম কৰা সিন্ধুষেণ, লিখক গোবিন্দ, চিত্ৰশিল্পী

বীৰবৰ্মা, মাটিৰ কাম কৰোঁতা কুমাৰ দত্ত, মৃদংগবাদক জীমুত, গায়ক সোমিল আৰু গ্ৰহাদিত্য, প্ৰসাধনকাৰিণী কুৰংগিকা, বাঁহীবাদক মধুকৰ আৰু পাৰাৱত, সংগীত-গুৰু দৰ্দুৰক, সংবাহিকা কেৰলিকা, নৰ্তক তাণ্ডৱিক, পাশাখেলৰ খেলুৱৈ আখণ্ডল, ধূৰ্ত (কৌতুক ?) ভীমক, ডেকা মঞ্চশিল্পী শিখণ্ডক, নৃত্য পটিয়সী হৰিণিকা, সন্ন্যাসী সুমতি, জৈন সাধু বীৰদেৱ, সাধুকথা কোৱা ব্যক্তি জয়সেন, শৈৱ বিহংগম, দৰ্দুৰ বাদক (মাটিৰ পাত্ৰ বাদক ?) দামোদৰ, ঐন্দ্ৰজালিক চকোৰাক্ষ, ব্ৰাহ্মণ পৰিব্ৰাজক তাম্ৰচূড়ক। এনেধৰণৰ আৰু অন্য বহুত মানুহৰ মাজতে তেওঁ চলাফিৰা কৰিছিল। তেওঁৰ মনত প্ৰৱল হাবিয়াস আছিল অন্য দেশ চোৱাৰ। অলেখ ধন-সম্পত্তিৰ অধিকাৰী আৰু অপাৰ বিদ্যা-বুদ্ধিসম্পন্ন হোৱা স্বত্বেও তেওঁ ঘৰৰ বাহিৰলৈ ওলাল। নতুন যৌৱনৰ স্বেচ্ছাচাৰী মনোভাবৰ কাৰণে অন্য বহুজনে তেওঁক উপহাসো কৰিবলৈ ধৰিলে।

চাৰিওফালে ভ্ৰমি তেওঁ উদাৰ আচৰণৰ ডাঙৰ ডাঙৰ ৰাজকুলৰ গতি-বিধিও চালে, অনিন্দ্য বিদ্যাৰে সকলোকে আলোকিত কৰা গুৰু-কুলৰো সেৱা কৰিলে আৰু গুৰুত্বপূৰ্ণ আলোচনা হোৱা বিদ্বানসকলৰ লগতো বহিবলৈ ধৰিলে। বাণ আছিল স্বভাৱত গম্ভীৰ; এতিয়া ৰাজকুল আৰু মহান পণ্ডিতসকলৰ সংগ লাভ কৰি তেওঁ লাভ কৰিলে সৰস্বতীকো; আৰু যথাৰ্থৰ বিদ্বান ব্যক্তি হৈ পৰিল।

কিছুদিন পিছত তেওঁ উভতি গল নিজৰ জন্মভূমি বাৎসায়ণবংশৰ গাওঁ প্ৰীতিকূটলৈ। তালৈ গৈ পুনৰ লাভ কৰিলে আগৰ বন্ধু-বান্ধৱ-সকলক, লাভ কৰিলে তেওঁলোকৰ চেনেহ আৰু মৰম। বাণৰ আগমনত গোটেইখন উৎসৱমুখৰ হৈ পৰিল।



## দ্বিতীয় উচ্ছ্বাস

অতি গভীৰ নাদৰ পৰা পানী আনিবলৈ নিজে নামিব নোৱাৰি, জৰী লগোৱা কলহেৰে পানী তুলিহে মনৰ বাঞ্ছা পূৰ কৰিব পাৰি; সেইদৰে অত্যন্ত গম্ভীৰ স্বভাৱৰ ৰজাৰ ওচৰ চাপিব নোৱাৰিলে সংযোগ-কাৰী গুণবান লোকৰ সহায়েহে বাঞ্ছিত ফল দিয়ে ।।১।।

দিনৰ সূৰ্য্যই পদুমত শোভা-সম্পদ স্থাপন কৰে, সজ্জনসকলৰ আসক্তিত হয় অন্য লোকৰ উপকাৰ; ইয়াত তেওঁলোকে কাৰো দোষ-গুণৰ প্ৰতি চকু নিদিয়ে ।।২।।

ইয়াৰ পিছত বাণে বন্ধু-বান্ধৱৰ ঘৰে ঘৰে ফুৰি কিছুদিন কটালে। তেওঁৰ বন্ধু-বান্ধৱৰ ঘৰ মুখৰিত হৈ আছিল ব্ৰাহ্মণসকলৰ নিৰন্তৰ অধ্যয়নৰ ধ্বনিৰে। ত্ৰিপুণ্ড্ৰভস্মেৰে কঁপাল উজ্জ্বল কৰি আছিল বটু-সকলে আৰু তেওঁলোকে গোট খাইছিল সোমযজ্ঞৰ আকৰ্ষণত। কপিল বৰণীয়া ( চুলিৰ ) জঁটেৰে তেওঁলোকক সাক্ষাৎ অগ্নি যেন লাগিছিল।

যজ্ঞৰ কাৰণে পিঠা তৈয়াৰ কৰিবলৈ শ্যামধান শুকোৱা হৈছে কৃষ্ণসাৰ হৰিণাৰ ছালত, নৈবেদ্যৰ কাৰণে ধানবোৰ মেলি দিছিল ছোৱালীবোৰে। শ-শ গুণবান শিষ্যই সেউজীয়া কুশবনৰ মুঠা আৰু সমিধ আনিছিল। জ্বলাবৰ কাৰণে গোবৰ (শুকান গোবৰ?) ৰ দম কৰি থোৱা আছিল। যজ্ঞৰ কাৰণে যিবোৰ গাইৰ গাখীৰ ব্যৱহাৰ কৰা হয় সেইবোৰৰ ভৰিৰ খুড়াৰে বেদী আৰু স্থান (অংগন) চিহ্নিত কৰা হৈছিল আৰু তাত গাখীৰ বাকি দিয়া হৈছিল।

কমণ্ডলু তৈয়াৰ কৰিবৰ কাৰণে মুনিসকলে অনা মাটিৰে টিপ হৈছে; বেদীৰ পৰিমাণৰ জোখৰ ডম্বৰু (উডুম্বৰ)ৰ ডালেৰে ঠাইখিনি পৱিত্ৰ হৈ উঠিছে। বৈশ্বদেৱক উদ্দেশ্য কৰি আগবঢ়োৱা পিণ্ডবোৰ শাৰী শাৰীকৈ দিয়াৰ কাৰণে হোমৰ ধোঁৱাই ঠাইখনক ধূসৰ কৰি তুলিছে। যিসকল বালক পৰিচৰ্য্যাত পটু, সেইসকলে চঞ্চল দামুৰী-বোৰক চম্ভালিছে। ইয়াৰ চাৰিওপিনে বিচৰণ কৰি ফুৰা ছাগলীবোৰক যে এটাৰ পিছত এটাকৈ বলি দিবলৈ ৰখা হৈছে এই কথা দেখিলেই

বুজা যায়। ভাটৌ আৰু মইনা চৰাইবোৰক পাঠ শিকাই দিয়াৰ ফলত উপাধ্যায়সকলে জিৰণিৰ সময় পাইছে। ব্ৰাহ্মণসকলৰ বাসভৱন-বোৰ তিনিওখন বেদ অধ্যয়নৰ আশ্ৰম যেন হৈ পৰিছে।

বাণ তাত থকা সময়তে বসন্তৰ মাহ দুটাক গ্ৰাস কৰি পেলালে গ্ৰীষ্ম নামধাৰী মহাকালে -- সেয়া আছিল যেন গ্ৰীষ্ম কালৰ অট্টহাস। এইমাত্ৰ পৰাজয় বৰণ কৰি পলাব ধৰিছে যেন বসন্তৰূপী সৈন্য-সামন্ত-বোৰে, সিহঁতৰ দুগ্ধপোষ্য শিশুযেন তৃষ্ণাতুৰ উদ্যানক চেনেহ দেখুৱাই গ্ৰীষ্মকালে নতুনকৈ মৰম কৰিবলৈ ধৰিলে আৰু আৱিৰ্ভাব হৈয়েই প্ৰথমতে পৃথিৱীৰ সমস্ত ফুলৰ বন্ধন খুলি দিলে — ঠিক যেন বন্দীগৃহৰ পৰা ৰজাই বন্দীসকলক মোকলাই দিছে। ঋতুৰাজ বসন্তৰ অভিষেকত আৰ্দ্ৰ হৈ পৰা ছোৱালীৰ চুলিৰ পাকত যেন আশ্ৰয় ল'লেহি কুসুমায়ুধ কামদেৱে। সমস্ত কমলিনী দগ্ধ হৈ গল বুলি সূৰ্যদেৱে খঙতে হিমা-লয়ৰ পিনে গুচি ভ'ল।

কঁপালক তাপিত কৰা সূৰ্য্যৰ তেজ বেছি হ'ল। মুকুতাৰ নিচিনা শুভ্ৰটোপালবোৰ হ'ল অক্ষমালা। চন্দনৰ নিচিনা ছাই বৰণীয়া হৈ পৰা আৰু সূৰ্য্যৰ তাপত কাতৰ কুমুদিনীৰ দৰে সুন্দৰী ৰমণীসকল দিনতেই নিদ্ৰাগ্ৰস্ত হ'ল। নিদ্ৰাগ্ৰস্তসকলে ৰত্নৰ পোহৰ সহিব নোৱাৰে — তেওঁলোকে সূৰ্য্যৰ পোহৰক সহ্য কৰে কেনেকৈ? গ্ৰীষ্মকালীন নদীৰ দৰে সোণালী ৰাতিও চুটি হৈ যায় বুলিয়েই সেই নদী আৰু ৰাতিক বিদায়ৰ অভিনন্দন জনায় চক্ৰবাক মিথুনবোৰে। পিয়াহত মানুহে পানীয়েই কেৱল নহয়—বতাহকো পান কৰিব খোজে।

সূৰ্য্যৰ কিৰণৰ শৈশৱ আঁতৰি গ'ল। সৰোবৰ শুকাল, পানীৰ সোঁত কমিল, নিজৰাৰ ধাৰা ক্ষীণ হ'ল, উঁই-চিৰিঙাৰ শব্দধ্বনি বাঢ়িবলৈ ধৰিলে, কপৌৰ লানি নিছিগা কাতৰ কুজনত কাণ কলা হব লগা হ'ল। চৰাইবোৰে ফোঁপাবলৈ ধৰিলে, বতাহত উৰিবলৈ ধৰিলে ধূলি। ঘাঁহবন পাতলিল, মদাৰফুলৰ ৰক্তিমা লাগিলগৈ পাহিৰ সীমাত। মহ'বোৰে শিঙৰ আগেৰে উজ্জ্বল শিলবোৰ আজুৰিবলৈ ধৰিলে পানীৰ মোহত, শুকান লতা-বৃক্ষত উঠিল মৰ্মৰ্ শব্দ, উত্তাপ-ধূলিত আতংকিত হৈ পৰিল বনৰীয়া কুকুৰা চৰাই। কেঁটেলা পহু-

বোৰ গাতত সোমাল, পুঠিমাছবোৰে ওপৰৰ সামান্য পানীত লফি-য়াই লফিয়াই চিং হৈ পৰিবলৈ ধৰিলে। হাবিত এনেকৈ জুই লাগিল যেন সেয়া জুইৰ উৎসৱ। দিনবোৰ দীঘলীয়া হৈ ৰাতিবোৰক গ্ৰাস কৰি পেলাইছে।

মুকলি ঠাইত প্ৰচণ্ড বতাহে পগলাৰ দৰে ঘূৰি ফুৰিছে : জল-গৃহৰ ছালবোৰ উকুৱাই লৈ গ'ল আৰু শৈলভূমিক এনেদৰে ঘঁহি গল যেন শুংজাতীয় বনৰ শুণ্ডে ডকা দেহাৰ খজুৱতি মাৰিবলৈহে গা ঘঁহিছে। শিলৰ গুড়িবোৰ উৰিছে। সূৰ্য্যৰ তাপত যিবোৰ ফৰিঙে ৰব তুলি-ছিল সেইবোৰৰ মুখৰ পানীৰ কণিকাৰে ভিজি উঠিছিল সিহঁতৰ গা, সেইবোৰে যেন সাতুৰি ফুৰিছিল মৰিচিকা নদীৰ পানীত, মৰুময় পথত যেন সেইবোৰে দৌৰি ফুৰিছে অদ্ভুত দক্ষতাৰে। ঘূৰ্ণীবতাহত উৰি অহা ধূলিয়ে যেন কৰিছে ৰাসনৃত্য, কৰঞ্জ গছৰ শুকান গুটিৰ শব্দই যেন বজাইছে প্ৰস্থান-বাদ্য।

উত্তপ্ত বতাহ বলিছে। এনেহে লাগিছে যেন সেয়া নৰকৰ জ্বালা ; শুকান শিমলু তুলাবোৰক যেন আকৰ্ষণ কৰিছে গছৰ শুকান পাতবোৰে। বিশ্বৰ সমস্ত জলধাৰা শুহি লবৰ কাৰণে শুকান বনত প্ৰচণ্ড বিভী-ষিকাৰ সৃষ্টি—এয়া যেন গ্ৰীষ্মৰ যুদ্ধ ঘোষণা, ধূলিত পৰিণত কৰা হব যেন সমগ্ৰ বিশ্বখন × × ×

এনেদৰেই প্ৰখৰ হৈ উঠিছিল গ্ৰীষ্মকাল।

এদিন নিজৰ ঘৰতে বাণে দুপৰীয়া জিৰণি লৈছে। বেলা ভাটি দিলত তেওঁৰে পৰাশৰ (শূদ্ৰমাতাৰ গৰ্ভজাত) ভায়েক চন্দ্ৰসেনে উপস্থিত হৈ ক'লে, "চাৰিও সমুদ্ৰৰ অধিপতি সম্ৰাট শ্ৰেষ্ঠ শ্ৰীহৰ্ষৰ ভায়েক কৃষ্ণই প্ৰেৰণ কৰা এজন বিশ্বস্ত পত্ৰবাহক আহি দুৱাৰত প্ৰতীক্ষা কৰি আছে।"

বাণে ক'লে, "হে আয়ুষ্মান, তেওঁক ততালিকে ভিতৰলৈ মাতি আনা।"

তেওঁ ভিতৰলৈ আহিল। দীঘলীয়া পথ অতিক্ৰমী অহাৰ কাৰণে তেওঁৰ ভাগৰ লাগিছিল। তেওঁ মূৰত তুলি লৈ আহিছিল সূতাৰে ভালকৈ বন্ধা দুভাগ চিঠিৰ টোপোলা। আঁতৰৰ পৰাই বাণে সুধিলে,

"ডাঙৰীয়া, সমস্ত জগতৰ অকাৰণ বান্ধৱ কুশলে আছেনে?" "হয় তেওঁ ভালে আছে" বুলি কৈ মানুহজনে ওচৰলৈ গৈ বহিল। তাৰ পিছত ক'লে, "তেখেতে এই পত্ৰ প্ৰেৰণ কৰিছে।" চিঠিখন তেওঁ উলিয়াই দিলে। চিঠিখন গ্ৰহণ কৰি বাণে পঢ়িলে: 'মেখলক (পত্ৰবাহক)ৰ পৰা চিঠি পোৱাৰ পিছত যেন অলপো পলম নকৰে; আপুনি বুদ্ধিমান লোক, চিঠিৰে এইখিনিকে কলোঁ—পিছত মুখেৰে সকলো কথা কম।' বাণে চিঠিৰ তাৎপৰ্য্য বুজি পালে।

মেখলকে ক'লে যে তেওঁৰ প্ৰভুৱে কোৱামতে তেওঁৰ একাত্ম বান্ধৱ বাণ। তুয়োৰো তুয়োৰে প্ৰতি চেনেহ ফুল আৰু বননিৰ নিচিনা, "আপুনি উপস্থিত নথকাৰ সুযোগ লৈ তুষ্ট লোকে আপোনাৰ বিৰুদ্ধে কৈ সম্ৰাটৰ কাণ ঘোলা কৰিছে। ........বিবেকহীন লোক চঞ্চল। আমি প্ৰকৃত সত্য কথা উদ্‌ঘাটন কৰিব খোজো.......সম্ৰাটক আমি কৈছো যে প্ৰথম বয়সত সকলোৰে শৈশৱ-চাঞ্চল্য থাকেই; সম্ৰাটেও সেই কথা স্বীকাৰ কৰিছে। গতিকে সময় নষ্ট নকৰি তত্তালিকে ৰাজকূলৰ মাজলৈ আহে যেন। সম্ৰাটৰ ওচৰলৈ আহিবলৈ যেন হেঁহু নেহু নকৰে। হৰ্ষই নিৰ্মল চিত্তৰ বন্ধুক ৰত্ন বুলি জ্ঞান কৰে, মুকুতাৰ সমান উজ্জ্বল গুণক তেওঁ প্ৰসাধন বুলি মানে, শ্ৰদ্ধাৰে দান-কৰ্ম কৰে × × নিজৰ মিত্ৰক তেওঁ উপকাৰক বুলি ভাবে, নিজৰ অনুচৰসকলক উপকাৰক বুলি মানে, পণ্ডিতসকলৰ বৈদগ্ধক উপকাৰক আৰু সৰ্বস্বৰ উপকাৰক ব্ৰাহ্মণসকল বুলি গণ্য কৰে। উপকৰণবোৰ হৈছে—তুখীয়াৰ ঐশ্বৰ্য্য, ভাল কৰ্মৰ স্মাৰক, ধৰ্মৰ আয়ু, সাহসৰ শৰীৰ, খড়্গলতাৰ পৃথিৱী .........।"

মেখলক যোৱাৰ পিছত কি কৰিব কি নকৰিব ভাবিলে: এফালে সেৱা (ৰাজসেৱা) কষ্টকৰ, আনফালে ভৃত্যত্ব ঘৃণনীয়। বৃহৎ ৰাজদৰবাৰ বিপজ্জনক। মোৰ পূৰ্বপুৰুষসকলে এইবোৰ ভাল নাপাইছিল, এই কাম আমাৰ বংশত কোনেও কৰা নাই; এয়া গোত্ৰৰ গৌৰৱৰ কথাও নহয়, কৃতজ্ঞতাৰ অনুৰোধো নহয়...... কোনো বিদ্যা লাভ কৰাৰ আগ্ৰহো মোৰ নাই....... বিদ্বানসকলৰ লগ লাগিবলৈ আৱ-শ্যকীয় বৈদগ্ধও মোৰ নাই; তথাপি যোৱাটোৱেই ভাল হব; ত্ৰিভুৱনৰ

গৰাকী শংকৰত শৰণ লৈছো, তেওঁতেই মোৰ ভৰসা।

পিছদিনা উঠি বাণে প্ৰাতঃস্নান কৰিলে। তেওঁ শুভ্ৰ-বস্ত্ৰ পিন্ধি হাতত ল'লে অক্ষমালা, প্ৰস্থান-মন্ত্ৰ পাঠ কৰিলে আৰু দেৱৰো-দেৱ শংকৰক গাখীৰেৰে স্নান কৰাই সুগন্ধি ফুল, ধূপ-নৈবেদ্যৰে অৰ্চনা কৰিলে। তাৰ পিছত ঘিউৰে আহুতি দি ব্ৰাহ্মণসকলক দক্ষিণা দিলে আৰু পূব মুৱাকৈ থিয় হৈ থকা গাইগৰুক কৰিলে প্ৰদক্ষিণ। ধাৰণ কৰিলে শুভ্ৰ চন্দন।

প্ৰস্থানৰ কাৰণে সকলো মাংগলিক কাম সম্পাদন কৰি দিলে তেওঁৰ সতীয়া মাক (মাহীমাক) মালতীয়ে। নিজৰ মাকৰ দৰেই স্নেহ-সিক্ত তেওঁৰ হৃদয়, শ্বেত-বসনা, শুভ্ৰ-বৰ্ণা এই গৰাকী নাৰী যেন সাক্ষাৎ ভগৱতী।

শুভ লক্ষণ দেখা পাই যাত্ৰাৰ কাৰণে প্ৰেৰণা বাঢ়িল। জ্যোতিষীয়ে গ্ৰহ-মংগলৰ ব্যৱস্থা কৰিলে, সেউজীয়া গোবৰেৰে মচি চোতালত স্থাপন কৰা হ'ল ডিঙিত ফুলৰ মালা দিয়া কলহ, পাঁচোটা আঙুলিৰ ছাপ দিয়া হৈছিল মাংগলিক লেপনৰ ওপৰত, মুখত ৰখা হৈছিল তাম্ৰপল্লৱ। পুৰোহিতসকলে হাতত ফুল আৰু ফল লৈ তেওঁৰ অনুগমন কৰি জপ কৰিছিল প্ৰস্থান-মন্ত্ৰ। এইবাৰ সোঁ-ভৰিখনেৰে প্ৰথম খোজ পেলাই প্ৰীতিকূটৰ পৰা তেওঁ প্ৰস্থান কৰিলে।

প্ৰথম দিনত বাণে চণ্ডিকাবন পাৰ হৈ মল্লকূট নামৰ এখন গাওঁ পালেগৈ। গ্ৰীষ্মকাল হেতুকে চণ্ডিকাবন আছিল কষ্টকৰ। তাত নাছিল কতো পানী, গছত নাছিল পাত × × । মল্লকূট গাওঁত আছিল বাণৰ অভিন্ন-হৃদয় ভায়েক আৰু বন্ধু জগৎপতি। তেওঁ বাণক বৰ আদৰ কৰি ৰাখিলে ৰাতিটো। পিছদিনা গংগা পাৰ হৈ যষ্টিগৃহক নামে বনৰ মাজৰ এখন গাওঁত কটালে; তাৰে পিছদিনা অজিৰৱতী নদীৰ পাৰৰ মানপুৰ নামৰ গাওঁৰ ওচৰৰ চাউনিত উপনীত হ'ল আৰু ৰাজভৱনৰ নিচেই ওচৰতে থাকিল।

গা ধুই উঠি আহাৰান্তত তেওঁ জিৰণি ল'লে। তাৰ পিছত শিবিৰবোৰ চাই চাই লাহে লাহে উপস্থিত হ'লগৈ ৰাজদ্বাৰত। তাত আছিল অলেখ হাতীৰ সমাৱেশ। সুসজ্জিত হাতীবোৰে যেন সমস্ত

দ্বীপ বিজয়ৰ হেপাহেৰে সমুদ্ৰৰ ওপৰত দলং সাজিবলৈ এখন পাহাৰৰ লগত আন এখন পাহাৰ জুৰি ৰাখিছে, অভিষেকৰ পুণ্য দিনত একত্ৰ হৈ থিয় দিছে। ওচৰতে আছিল গাত লহৰ তুলি তুলি ঘোঁৰাৰ পাল, মাটিৰ ওপৰত সিহঁতৰ চঞ্চল খুড়াৰ শব্দই যেন ৰাজলক্ষ্মীকো নচুৱাইছে। ঘোঁৰাৰ মৃত্যুগতিয়ে যেন হৰিণাবোৰকো আকৰ্ষণ কৰিছে, সিহঁতে আনন্দতে চিঁহিয়াই চিঁহিয়াই প্ৰতিযোগিতাৰ কাৰণে যেন উচ্চৈশ্ৰৱাক মাতিছে, সিহঁতৰ আক্ৰোশ যেন সূৰ্য্যৰ ঘোঁৰাৰ ওপৰত—পিঠিত চোঁৱৰবোৰকে পাখি কৰি সিহঁত যেন আকাশলৈ উৰি যাব।

আন এডোখৰত আছিল কপিল বৰণীয়া উটৰ সমাবেশ। সিহঁতে গোটেই ঠাইডোখৰ কপিল বৰণীয়া কৰি তুলিছিল। আন এখন ঠাইত জীৱলোকক চন্দ্ৰলোক কৰি তোলা শুভ্ৰছত্ৰৰ সমাৱেশ, ঠাইখন যেন হৈ উঠিছিল শ্বেতদ্বীপ (*)১। তাত আৰু আছিল অনেক শক্ৰ মহাসামন্ত—এওঁলোকৰ বহুতেই ভিতৰলৈ প্ৰৱেশৰ অনুমতি নাপাই লাজতে তলমূৰ কৰি আছিল। তেওঁলোক আছিল পৰাজিত—কিন্তু সন্মানিত। তেওঁলোকৰ অন্য আশ্ৰয় নাছিল, শক্ৰ সামন্ত হলেও তেওঁলোক আছিল ভদ্ৰ। মুক্তাস্থান মণ্ডপত সম্ৰাটে আহি দেখা দিব অথবা বাহিৰৰ আস্থান মণ্ডপলৈও তেওঁ ওলাই আহিব পাৰে বুলি তেওঁলোকে আশা কৰি আছিল।

তাত আছিল বৌদ্ধ, জৈন, শৈৱ, সন্ন্যাসী, ব্ৰহ্মচাৰী আৰু অন্য দেশৰ বহুত লোক। সেই ৰাজদ্বাৰ খোলা আছিল সকলোৰে কাৰণে। ইয়াৰ বৰ্ণনা দি এখন ডাঙৰ মহাভাৰত লিখিব পাৰি, কিন্তু তেওঁৰ বৈভৱৰ বৰ্ণনা কৰা নাযায়। তাত যেন শোভা বৰ্দ্ধন কৰিছে স্বৰ্গভূমিয়ে, কৌটি কৌটি ৰাজলক্ষ্মী আহি যেন তাত আশ্ৰয় গ্ৰহণ কৰিছেহি।

এনেহেন দৃশ্য দেখি বাণ আচৰিত হ'ল। সিফালে মেখলকে দূৰৈতে দেখি বাণক চিনি পালে। "আপুনি অলপ সময় ইয়াতে অপেক্ষা কৰক" বুলি কৈ মেখলকে অবাধে ভিতৰলৈ গল।

অলপ পিছতে মেখলক ওলাই আহিল; পিছে পিছে অন্য এজন

---

(*)১ ঠাইখনত যেন পদ্মৰাগমণিৰ নবীন কিৰণ পৰি এটা নতুন দিনৰ সূচনা কৰিছে। গ্ৰীষ্মকাল হৈ পৰিছে যেন কুমুদেৰে উপচি পৰা কাল।

মানুহ। মানুহজনে আঁতৰৰ পৰাই দীৰ্ঘ দৃষ্টিপাত কৰিছে – সেই দৃষ্টি যেন এক সহৃদয় শিৰোমালাৰে প্ৰদান কৰা অৰ্ঘ্য। মেখলকে ক'লে, "এওঁ মহাপ্ৰতিহাৰীসকলৰ মূখ্য আৰু মহাৰজাৰ প্ৰিয়। নাম পাৰিয়াত্ৰ. এওঁ দুৱৰী।"

দুৱৰীজনে আগুৱাই আহি প্ৰণাম কৰিলে আৰু মধুৰ বচনেৰে ক'লে, "আহক, দেৱ দৰ্শনৰ বাবে ভিতৰত প্ৰৱেশ কৰক। প্ৰভুৱে অনুগ্ৰহ কৰিছে।"

ভিতৰলৈ গৈয়েই বাণৰ চকুত পৰিল ৰজাৰ প্ৰিয় ঘোঁৰাবোৰ। মন্দুৰাত (ঘোঁৰাশালত) ৰঙা, বগা, ক'লা সেউজীয়া, নীলা আৰু হালধীয়া মিশ্ৰিত চৰাইৰ পাখিৰ ৰঙেৰে ৰঞ্জিত আছিল ঘোঁৰাবোৰ। সিহঁতৰ ডিঙিত সূতাৰে কেইবাপাক দি মেৰুওৱা আছিল অলংকাৰ আৰু আছিল নানা ধৰণেৰে সজ্জিত।

আৰু অলপ আগুৱাই গৈ দেখিলে গজৰাজ দৰ্পশাতক। গম্ভীৰ কণ্ঠধ্বনি হাতীটোৰ। কদম ফুলৰ গোন্ধৰ নিচিনাকৈ হাতীটোৱে ভুৱন ভৰাইছিল তাৰ সুৰভীৰে। অকাল বৰষাৰ যেন সেইটো এটা সাকাৰ ৰূপ। বিৰাম নোহোৱাকৈ আন্দোলিত হৈ আছে তাৰ তিনিখন ভৰি, দোদুল্যমান তাৰ শৰীৰ দেখি ভাব হয় সি যেন পৃথিৱী বিদীৰ্ণ হোৱাৰ আশংকাত নিজৰ গাৰ গুজন পাতলাই আছে। শুৰ তুলি আছিল সি, ভাব হৈছিল— সি যেন ৰণৰ কাৰণে সাজু হৈ আছে আৰু দিক্‌নিৰ্ণয় কৰি দিয়া ইংগিতৰ বাবে অপেক্ষা কৰি আছে। সি যেন শুৰ তুলি আছে তাৰ প্ৰতিদ্বন্দী হাতীৰ মদৰাজিৰ গোন্ধ পাই, সি যেন সাগৰ, দ্বীপ আৰু অৰণ্যৰ সকলো দিশকে বিদাৰ কৰি দিব। স্বভাৱতে পিংগল ৰঙৰ চকুৰে সি যেন পীত পদুমৰ মৌৰস উলিয়াই দিছে, উচ্চশিৰ গজৰাজে যেন পৃথিৱীৰ সকলোবোৰ গজৰাজৰ অধিপতি বুলি ঘোষণাৰ কাৰণে বৈ আছে। সঘনাই লৰাই আছে তাৰ কাণ দুখন— যেন বিচি আছে ৰাজলক্ষ্মীক। সদৰ্পে থিয় হৈ আছে সি, তাৰ শ্বাস-প্ৰশ্বাসত বিক্ৰমৰ চিন; মদগৰ্বত সি যেন গুফন্দি আছে। সম্মানত সি যেন উন্মত্ত, উৎসাহত যেন এইমাত্ৰ উদিত হৈ ওলাইছে, উপচি পৰিছে যেন শক্তিৰে, তাৰ লাৱণ্যৰে যেন প্ৰলেপ দিছে সকলোকে

তাৰ নখত আছিল স্নিগ্ধতা, নোমত আছিল পুৰুষতা, গুৰুতা আছিল তাৰ মুখত। শিৰত আছিল মুকুতা, পৰিচয়ত আছিল তাৰ দৃঢ়তা। ৰাজ্যৰ সঞ্চৰণশীল গিৰিদুৰ্গ আছিল সি, পৃথিৱীৰ আছিল লৌহদ্বাৰ; সি আছিল যেন পৃথিৱীৰ নন্দন বনৰ পাৰিজাত। মহানদীৰ প্ৰৱাহত সি আছিল অসময়ৰ বৰ্ষাকাল × × ×

দুৱৰীয়ে ক'লে, "এতিয়া আহক, ইয়াক আকৌ দেখিব।"

দুৱৰীয়ে দেখুৱাই যোৱা বাটেদি গৈ হাজাৰ হাজাৰ নৃপতিৰে পূৰ্ণ হৈ থকা তিনিটা কোঠালী পাৰ হ'ল। চতুৰ্থটো কোঠালীত দেখা পালে মহাৰাজ হৰ্ষক।

মহামণ্ডপৰ সন্মুখৰ খোলা ঠাইত বহি আছিল তেওঁ (হৰ্ষ)। দীৰ্ঘকায়ী দেহৰক্ষীয়ে ঘেৰি আছে তেওঁক। ৰজা বহি আছিল হৰিচন্দনৰসেৰে ধোৱা মুকুতাৰ শৈল আসনত। বাৰবনিতাসকলৰ প্ৰতিবিম্ব প্ৰতিফলিত হৈছিল তেওঁৰ ভৰিৰ নখত। দীঘলীয়া দৃষ্টিৰে ৰজাই যেন লোকপালসকলৰ কামৰ ভাল-বেয়াৰ নিৰীক্ষণ কৰি আছে। অলংকাৰ আবৃত অংগৰ পৰা বিচ্ছুৰিত হৈছে প্ৰভা, সেই প্ৰভাই যেন এটি মণ্ডল ৰচনা কৰি তেওঁক প্ৰদক্ষিণ কৰি আছে। সকলো মহৎ গুণেৰে বিভূষিত তেওঁ (হৰ্ষ) সাধাৰণ সফলতাৰ উৰ্দ্ধত, বাসনাৰ অতীত, সুদূৰত তেওঁৰ মনোৰথ...... । সকলো দেৱতা মিলি হৈছে যেন তেওঁৰ অৱতাৰ। ষাড়গৰুৰ দৰে তেওঁৰ কান্ধ, সদা-প্ৰসন্ন তেওঁৰ চকুত অৱলোকিতৰ দৃষ্টি, চন্দ্ৰ যেন মুখ, চুলিৰ কেশবিন্যাসে শোভা কৰি আছে মূৰ, বাওঁহাতখন ৰখা আছে মহামূল্যবান ঘূৰণীয়া পাদপীঠত, পৃথিৱীৰ ভৰবাহক তেওঁৰ উৰু দুটি যেন মুকুতাৰ স্তম্ভ--যেন চন্দনবৃক্ষ যাৰ মূল সৰ্পমণ্ডলৰ মণিৰ কিৰণেৰে ৰঞ্জিত। সুদীৰ্ঘ বাহু দুটিয়ে যেন দিক্‌পালৰ বিস্তৃতিক বাধা দি ৰাখিছে। উজ্জ্বল দাঁতত যেন শৰতৰ জোন।

সুবিশাল বুকুখন ঢৌৱাই আছে মুকুতা মণিৰ কিৰণে, তেওঁ যেন লাভ কৰি আছে মণি-পৰ্বতৰ শোভা।

হৰ্ষই মূৰত ধাৰণ কৰি আছে মালতী ফুলেৰে গঠা মালা, ৰাজলক্ষ্মীয়ে যেন মূৰত হাত বুলাই আছে। × × × ধন দৌলতৰ

প্ৰতি তেওঁৰ কোনো মায়া নাই, তেওঁৰ ওচৰত দোষ আৰু অপৰাধৰ কোনো আশ্ৰয় নাই। ইন্দ্ৰিয়ৰ ওচৰত তেওঁ নিগ্ৰহপৰায়ণ, কলিৰ ওচৰত অগম্য, নীৰস তেওঁৰ বিলাস, ভয়াতুৰ তেওঁ অখ্যাতিৰ ওচৰত; কামদেৱৰ ওচৰত তেওঁ দুৰ্জয়মনা, সৰস্বতীয়ে অভিযোগ কৰে তেওঁক তিৰোতা-সেকুৰা বুলি। মুনিসকলৰ ওচৰত তেওঁ মহৰ্ষি, তেওঁ এজন প্ৰতাৰক বেশ্যাসকলৰ ওচৰত, ব্ৰাহ্মণসকলৰ ওচৰত তেওঁ ভৃত্য, যুঁজত শত্ৰুসকলৰ বাবে তেওঁ সহায়কাৰী। এনেদৰে বিভিন্নজনে বিভিন্ন প্ৰকাৰে তেওঁক গ্ৰহণ কৰে। তেওঁ ভীষ্মতকৈও জিতেন্দ্ৰিয়, বাণ চলোৱাত অশ্বত্থামাতকৈও অধিক নিপুণ, কৰ্ণতকৈও অধিক মিত্ৰপ্ৰিয়, যুধিষ্ঠিৰতকৈও বেছি ক্ষমতাবান, ভীমতকৈও অধিক বলবান, অৰ্জুনতকৈও অধিক যোগ্য মহাভাৰতৰ যুদ্ধৰ কাৰণে। তেওঁ সত্যযুগৰ কাৰণ, দেৱতা (বিদ্বান) সকলৰ সৃষ্টিকাৰক বীজ, গৌৰৱৰ স্থলী, সৰস্বতীৰ আশীৰ্বাদধন্য সংগীত-ভৱন, অৱতাৰকাৰী পৰমাণুৰ সৃষ্টিত তেওঁ মোক্ষ, কামশক্তিৰ বিপৰীতে তেওঁ প্ৰত্যাহ্বান, পুৰুষোত্তম বিষ্ণুৰ সমীপ-ব্যক্তি……..তেওঁ অতি গম্ভীৰো, অতি প্ৰসন্নও, অতি সুন্দৰো, অতি ভয়ংকৰো।

তেওঁক (শ্ৰীহৰ্ষক) দেখা মাত্ৰকে তেওঁৰ (বাণৰ) তৃপ্তি হ'ল, ৰোমাঞ্চিত হৈ পৰিল আৰু চকুৰে বৰলৈ ধৰিলে আনন্দাশ্ৰু। তেওঁ ভাবিবলৈ ধৰিলে: 'এয়ে সিজন—যিজনৰ নামটোৱেই হৈছে ধন্য, যিজন মহা তেজস্বী, সকলোৰে বান্ধৱ, পৃথিৱীত ব্ৰহ্মাৰ সকলো ফলৰ ভোক্তা আৰু প্ৰাচীন ৰজাসকলৰ চৰিত্ৰ-বিজেতা ……. এইজন ৰজাৰ শাসনতে মুনিসকলে যোগ-সাধন কৰিব পাৰে, মাটিৰ প্ৰতিমা সাজি বিগ্ৰহ স্থাপন কৰিব পাৰে……..।'

এনে সময়তে ৰাজভৱনৰ সামান্য দূৰত্বত উত্তৰ ফালৰ পৰা এটা হাতীৰ মাউতে মধুৰ আৰু উচ্চ কণ্ঠেৰে গোৱা গীত তেওঁৰ কাণত পৰিল:

"চঞ্চলতা এৰি পেলা অ'ই হাতী-পোৱালী
শান্ত নম্ৰ হৈ থাক তলমূৰ কৰি,
বাঘ-নখতকৈ চোকা মোৰ অংকুশ একা
দিম খঙতে মাৰি।
শান্ত-নম্ৰ হৈ থাক তলমূৰ কৰি
অ'ই হাতীৰ পোৱালী।"

গীত শুনি ৰজাই গম্ভীৰ কণ্ঠেৰে সুধিলে, "এইজনেই বাণ নেকি ? —কণ্ঠস্বৰ আছিল পৰ্বতৰ গুহাৰ সিংহৰ নাদৰ দৰে গহীন।

ভুৱৰীয়ে ক'লে "মহাৰাজৰ অনুমান সত্য, এওঁৱেই বাণ।"

হৰ্ষই ক'লে, "এওঁক দেখি মই প্ৰসন্ন হোৱা নাই ; কাৰণ তেওঁ যথাযথ সন্মান প্ৰদৰ্শন কৰা নাই। মই তেওঁক চাব নোখোজোঁ।"

ৰজাই তেওঁৰ বিপৰীত ফাললৈ মূৰ ঘূৰালে। তাৰ পিছত কাষতে বহি থকা মালৱৰাজৰ পুতেকক ক'লে, "এইজন অতি লম্পট ( দুঃচৰিত্ৰবান )।"

ৰজাৰ এনে মন্তব্য শুনি ৰাজসভাৰ সকলো নীৰৱ হ'ল। বাণেও কিছুপৰ নীৰৱ হৈ ক'লে, "মহাৰাজ, লোকৰ কথাক বিশ্বাস কৰি আপুনি এই মন্তব্য কৰিছে। এজনৰ চৰিত্ৰৰ বিষয়ে নাজানি আপুনি এনে কথা ক'লে কিয় ? সকলো মানুহৰ স্বভাৱ আৰু কথা-বতৰা ভিন্ ভিন্ ; একমাত্ৰ মহৎ জনেহে যথাৰ্থ দৰ্শন কৰিব পাৰে। আপুনি মোক সাধাৰণ লোক বুলি গণ্য কৰা উচিত হোৱা নাই। মই সোম-পায়ী বাৎস্যায়ণ বংশজাত ব্ৰাহ্মণ, উপযুক্ত বয়সত মোৰ উপনয়নাদি সংস্কাৰ কৰ্ম হৈ গৈছে। মই অংগৰ লগতে বেদৰ সকলোখিনি অধ্যয়ন কৰিছো ; নিজৰ শক্তি অনুসাৰে শাস্ত্ৰও শ্ৰৱন কৰিছোঁ। বিয়া-বাৰু কৰাই মই নিয়মীয়া গৃহস্থ। তেনেহলে মোৰ ভুজংগতা ( দুঃচৰিত্ৰতা ) ক'ত ? শৈশৱত সকলোৰে চঞ্চলতা থাকে ; সেই চঞ্চলতা মোৰো আছিল, এই সত্যক মই বিকৃত কৰিব খোজা নাই। চঞ্চলতাৰ কাৰণে মই অনুশোচনাও কৰিছোঁ। হে দেৱ, আপোনাৰ চিত্ত ভগৱান বুদ্ধৰ দৰে স্থিৰ, আপুনি মনুৰ দৰে ধৰ্মাশ্ৰম মৰ্য্যাদাৰ ৰক্ষক আৰু যমৰ সমান দণ্ডধাৰী, আপুনি সাত সমুদ্ৰৰ দ্বীপমালা বিৰাজিত এইখন পৃথিৱীৰ শাসক ; তেনেহলে ইমান সাহস কাৰ আছে যে সকলোপ্ৰকাৰ বিপদ ঘটাব পৰা অভিনয়ৰ কথাও ভাবিব পাৰে ? এটা সময়ত আপুনি নিজেই মোৰ বিষয়ে গম পাব ; কিয়নো কোনো কথাৰে বিপৰীত ফাল এটি জ্ঞানী লোকে পোষণ নকৰে।"

কথাখিনি কৈ বাণ মনে মনে থাকিল। ৰজাইও "আমিও এনে ধৰণেৰেই কথাবোৰ শুনিছিলো" বুলি ক'লে যদিও অন্য কথা আৰু

নক'লে। স্নেহপূৰ্ণ দৃষ্টিপাতেৰে অন্তৰৰ মৰম প্ৰকাশ কৰিলে মাত্ৰ। তাৰ পিছত ভিতৰলৈ গ'ল।

বাণেও তাৰ পৰা ওলাই থকা ঠাইলৈ গ'ল। সূৰ্য্য তেতিয়া অস্তাকাশত × × ×

বাণে ভাবিলে: 'সঁচাকৈয়ে মহাৰাজ হৰ্ষ উদাৰ, মোৰ বাল্য-কালৰ চঞ্চলতাৰ কথা শুনি কুপিত হৈও তেওঁ চেনেহ ৰাখিছে। মই গুণবান হোৱাটোৱে তেওঁ বিচাৰে। ডাঙৰ মানুহৰ এনে নিয়ম যে সকসকলক মুখেৰে একো নকৈ কেৱল ব্যৱহাৰৰ মাজেদি বিনয়ৰ শিক্ষা দিয়ে.........।'

পিছদিনা ৰাতিপুৱা বাণে শিবিৰৰ পৰা ওলাই গৈ বন্ধু-বান্ধৱ আৰু মিতিৰ কুটুমৰ ঘৰত থাকিল। অলপ কেইদিনমানৰ ভিতৰতে সম্ৰাট তেওঁৰ ওপৰত প্ৰসন্ন হ'ল। বাণে ৰাজগৃহত প্ৰৱেশ কৰিলেগৈ। সম্ৰাটেও যথাযোগ্য সন্মান, প্ৰীতি, বিশ্বাস, ঐশ্বৰ্য্য, পৰিহাস আৰু প্ৰভাৱৰ ওপৰত স্থান দি (বাণক) সংস্থাপিত কৰিলে।

# তৃতীয় উচ্ছ্বাস

বাৰিষা কালৰ বৰষুণৰ ফলত মাটি কোমল হয় আৰু প্ৰচুৰ-ভাৱে অন্ন দিয়া শস্য জন্মে। এনেহেন ভাল বতৰৰ নিচিনাকৈ দেশপ্ৰেমী ভক্তসকলৰ লগ লাগিলে ৰজাসকলৰ সুখ বিৰাজমান হয়। সেয়া সম্ভৱ হয় কেৱল প্ৰজাসকলৰ পূণ্যৰ বলত। ॥ ১ ॥

সজ্জনৰ উপকাৰ, সম্পদ আহৰণ, আৰু মহাপুৰুষসকলৰ চৰিত কথা শুনিবলৈ মন নাযায় কাৰ ? ॥ ২ ।

তাৰ পিছত আহিল শৰৎ কাল। আকাশ প্ৰায় মেঘবিহীন হোৱাৰ কাৰণে চাতক চৰাইৰ হৈছে সন্তাপ। বালিহঁাহবোৰে কোৱাং কোৱাং শব্দধ্বনি কৰিবলৈ ধৰিলে। বৰষুণৰ অভাৱত ভেকুলীবো বিপদ হ'ল, চূৰ্ণ হ'ল ময়ূৰৰ দৰ্প। সকলোৰে অতিথি হৈ মানসৰ পৰা উভতিছে ৰাজহঁাহবোৰে, সূৰ্য্যৰ চমকনি বাঢ়িল। আকাশ হ'ল পৰিস্কাৰ— যেন পানীয়ে ধুই পেলাইছে। ৰামধনুৰ আৱিৰ্ভাব নোহোৱা হ'ল। ৰাতিৰ নিৰ্মল আকাশত উজ্জ্বল তৰাৰ চিকমিকনি....... । টোপনি কমি আহিছে ভগৱান বিষ্ণুৰ। পদুমলৈ আহিছে কোমলতা, নীল-পদ্মৰ পৰা নিগৰিছে মৌ,......... কমল বিকশিত হবলৈ ধৰিছে, নিশা শীতল হৈছে শেৱালিৰ স্নিগ্ধ পৰশত। ধোঁৱাৰ শান্তি কৰ্ম সমাপ্ত হৈছে, ৰজাৰ যুদ্ধ-যাত্ৰাৰ কাৰণে হাতীবোৰ হব লাগিছে মদ-মত্ত, ষাড়গৰুবোৰ হৈছে উদ্ধত, পথৰ বোকা-মাটি প্ৰায় শুকান এতিয়া। বাৰিষা উপচি পৰা নদীৰ পানী নামি যোৱাৰ কাৰণে পাৰত পৰিছে বালিচৰ। ধান পকি উঠাৰ কাৰণে নৰাবোৰ কিছু শুকান হৈছে, কংগনী (এবিধ ফুল)ৰ মঞ্জৰীত ভৰি পৰিছে পৰাগ ... ।

এনে এটি সময়তে (সভাপণ্ডিত) বাণে তেওঁৰ বন্ধু-বান্ধৱক দেখা কৰিবলৈ ৰজাৰ ওচৰৰ পৰা ব্ৰাহ্মণৰ নিবাসস্থান (নাম প্ৰীতিকূট) লৈ গল।

বাণে মহাৰাজ হৰ্ষৰ পৰা সন্মান লাভ কৰাৰ কাৰণে আনন্দিত হৈ তেওঁক প্ৰশংসা আৰু সমাদৰ কৰিবলৈ ধৰিলে! তাৰে বহুজনকে তেওঁ নিজে জনালে অভিবাদন আৰু আশীৰ্বাদ আৰু বহুতৰ পৰা লাভ

কৰিলে অভিনন্দন আশীৰ্বাদ। × × × তেওঁলোকৰ মাজলৈ গৈ বাণে সকলোৰে খবৰ সুধিলে, যজ্ঞাদি কৰ্ম আৰু ছাত্ৰসকলৰ পাঠ ঠিকমতে চলিছে নে নাই সুধিলে, ব্যাকৰণ-ব্যাখ্যামণ্ডলী সময়মতে সময়মতে লগ হয় নে নহয় খবৰ কৰিলে, ন্যায়-শাস্ত্ৰ, মীমাংসাদৰ্শন আদিৰ চৰ্চাৰ বিষয়েও সুধিলে। "ইয়াৰ উপৰিও নতুন নতুন অমৃত-বৰ্ষী কাব্যালাপ হয় নে বাৰু—এই সকলোবোৰেইতো প্ৰচলিত আছিল ইয়াত।"

তেওঁলোকে ক'লে, "আমি স্বভাৱতেই সন্তুষ্ট; শাস্ত্ৰাদি অধ্যয়নে আমাৰ মন আনন্দিত কৰি ৰাখে। বিশেষকৈ আমি আনন্দিত যে তুমি এলাহ ত্যাগ কৰি মহাৰাজাধিৰাজ শ্ৰীহৰ্ষৰ কাষত বেতৰ আস-নত বিৰাজমান হৈছা × × ×

দুপৰীয়াৰ আহাৰৰ পিছত পুনৰবাৰ বন্ধু-বান্ধৱসকলে তেওঁক মাজত লৈ বহিলহি।

এনে সময়তে বাণৰ পুস্তক-পাঠক সুদৃষ্টি উপস্থিত হ'ল। তেওঁৰ পৰিধানত আছিল ৰেচমৰ পৌণ্ড্ৰবস্ত্ৰ; এই বস্ত্ৰ আছিল ময়ূৰৰ চকুৰ বহিৰ্কোণৰ ৰঙৰ। কঁপালত মৰা আছিল গোৰোচন আৰু পৱিত্ৰ মাটিৰ ফোঁট। ওচৰতে থকা এখন আসনত তেওঁ বহিল আৰু খেৰেৰে সজা এখন এখ আসনত থকা পুথিৰ ওপৰৰ জৰীৰ বান্ধ সোলোকালে। তেওঁৰ পিছফালে বহি আছিল মধুকৰ আৰু পৰাৱত নামৰ দুজন বাঁহীবাদক। তেওঁলোকৰ সুৰত বাজিল স্থানক নামৰ তাল।

ৰাতিপুৱা পুথিখন পঢ়ি য'ত এৰিছিল, তাতে এটা চিন দি ৰখা হৈছিল। সেইখিনিৰ পিছত পুথিৰ পৃষ্ঠা কিমান আছে চাই উঠি তেওঁ গীত গোৱাৰ দৰে সুৰ তুলি বায়ুপুৰাণ পাঠ কৰি শ্ৰোতাসকলক আকৰ্ষিত কৰিলে।

এনে সময়তে সূচীবান নামৰ স্তুতি পাঠকজনে উচ্চ আৰু মধুৰ কণ্ঠেৰে আৰ্য্যাছন্দত ৰচিত শ্লোক দুটি পঢ়িলে :

তদপি মুনিগীতমতিপৃথু তদপি জগদ্ব্যাপি পাৱনং তদপি।
হৰ্ষচৰিতাদভিন্নং প্ৰতিভাতি হি মে পুৰাণমিদম্ ।।৩।।

ৱংশানুগমৱিৱাদি স্ফূটকৰণং ভৰতমাৰ্গভজনগুৰু ।
শ্ৰীকণ্ঠৱিনিৰ্য়াতং গীতমিদং হৰ্ষৰাজ্যমিৱ ॥৪॥

[ পৱিত্ৰ বায়ু পুৰাণ হৰ্ষচৰিততকৈ বেলেগ বুলি মোৰ ধাৰণা হোৱা নাই । জগত বিখ্যাত বায়ু-পুৰাণ মুনি (ব্যাসদেৱ) য়েই গাইছে, মুনিয়েই গায় শ্ৰীহৰ্ষৰ চৰিতো ; এই পুৰাণ অতি বিশাল—হৰ্ষচৰিত-খনো তেওঁৰ ৰাজ্যৰ দৰে জগতৰ সকলোতে প্ৰচাৰিত গীত—সংগীত শাস্ত্ৰ ৰচোঁতা ভৰত মুনিয়ে দেখুৱাই যোৱা মাৰ্গ অনুসৰি হোৱাৰ কাৰণে হৈছে মোহনীয় ]।

শ্ৰীহৰ্ষৰ ৰাজ্যৰ সমান এই গীত ; বাঁহীৰ অনুগত এই গীত আৰু বংশ পৰম্পৰাগত এই ৰাজ্য । গীতত নাই দুটা পৰস্পৰবিৰোধী স্বৰ—গান্ধাৰ আৰু নিষাদ । গতিকে ৰাজ্যত বিবাদ কৰিব পৰা বিদ্ৰোহীও নাই । গীতৰ তাল আৰু লয় একেবাৰে স্পষ্ট আৰু ৰাজ্যৰ বিদ্যা-পৰীক্ষা আৰু প্ৰসিদ্ধ ধৰ্মও স্থান নিৰ্ণায়ক ।

দুয়োজনৰ কথা শুনি গণপতি, তাৰাপতি আৰু শ্যামল নামৰ খুড়াকৰ পুতেক ভায়েক চাৰিজনে ইজনে-সিজনলৈ চোৱা চুই কৰিলে । চাৰিওজনৰ কনিষ্ঠ আৰু শ্যামল আৰু তেওঁ আছিল বাণৰ অতি মৰমৰ । তেওঁ বাণক ক'লে, "........সত্যযুগৰ নিচিনাকৈ শ্ৰীহৰ্ষৰ কৰ্মও মহান দেখা যায় । সেইকাৰণে প্ৰাতঃস্মৰণীয় দেৱ হৰ্ষৰ পূৰ্ব-পুৰুষৰ পৰম্পৰাৰে সৈতে জানিবলৈ বহুদিনৰে পৰা আমি প্ৰবল ইচ্ছা কৰি আছো ।"

বাণে হাঁহি হাঁহি ক'লে, "আপোনালোক সকলোৰে ঔৎসুক্যৰ কথা মই বুজি পাইছো । কিন্তু সেই কামনা মই পূৰণ কৰিব নোৱাৰিম বুলি ভাবো । কিয়নো এশ বছৰ পৰমায়ু লৈ যদি এশজন পুৰুষেও তেওঁৰ চৰিত কথা কৈ থাকে, তথাপিতো গোটেই চৰিত বৰ্ণনা কৰি শেষ কৰিব নোৱাৰিব । অৱশ্যে তাৰ একাংশকে যদি শুনিব খোজে তেনেহলে হয়তো মই কব পাৰো··· । কালিলৈকে সেই কথা কবলৈ মই আৰম্ভ কৰিম ।

× × × ×

মদিৰাৰ নিচাত ৰঙা পৰা মালৱ-গাভৰুৰ গালৰ দৰে কোমল

ৰ'দৰ কিৰণ লৈ দিনমণি ঢলি পৰিল। সূৰ্য্যদেৱতাৰ ঘোঁৰাৰ পথ অনুসৰণ কৰি পিছে পিছে যোৱা যমৰ বাহন মহিষ ( ম'হ )ৰ দৰে আকাশলৈ উঠি গ'ল অন্ধকাৰ। মহিলাসকলে ঘৰুৱা কামৰ পৰা অৱকাশ পাই এনেয়ে ইফালে-সিফালে ঘূৰাঘূৰি কৰিছে। যোগীসকল ধ্যানমগ্ন হৈছে ব্ৰহ্মাসনত বহি। হাত-চাপৰি পৰাৰ লগে লগে দৌৰিবলৈ ধৰিলে শিষ্যসকলে ভিতৰলৈ।

সন্ধিয়া হোৱাৰ সময়ত বাণ ঘৰলৈ আহিল আৰু ইয়াতো আনন্দ উপভোগ কৰিবলৈ ধৰিলে মৰমৰ বান্ধৱসকলৰ লগত। নিশাটো কটালে তেওঁ গণপতিক ঘৰত পাতি দিয়া শয্যাত। ঘৰৰ সকলোৱে শুইছে— কিন্তু তেওঁলোকৰ টোপনি অহা নাই। সূৰ্য্য উদয় কেতিয়া হব তাৰে প্ৰতীক্ষা কৰি থকাৰ নিচিনাকৈ তেওঁলোকেও (হৰ্ষৰ কাহিনী শুনিবলৈ) প্ৰতীক্ষা কৰি থাকিল।

ৰাতি চতুৰ্থ প্ৰহৰত স্তুতিগীত শুনি বাণে সাৰ পালে। তেওঁৰ টোপনি ভাঙিল। বিচনাৰ পৰা উঠি মুখ ধুই তেওঁ ভগৱতী সন্ধ্যাদেৱীৰ উপাসনা কৰিলে। সূৰ্য্য উদয় হোৱাৰ পিছত জ্ঞাতি-বান্ধৱসকল আহি তেওঁক ঘেৰি ধৰিলে। আগদিনা তেওঁলোকে কৰা কামনাৰ কথা বুজি পাই তেওঁ হৰ্ষৰ চৰিত কথা কবলৈ আৰম্ভ কৰিলে:

শ্ৰীকণ্ঠ নামৰ এখন দেশত পুণ্যবান মানুহৰ বাস, সেই কাৰণে এইখন দেশক দেৱৰাজ ইন্দ্ৰৰ বাসস্থান স্বৰ্গৰ পৰা পৃথিৱীলৈ নামি আহিছে বুলিহে মানুহে ধাৰণা কৰিছিল। তাত নাছিল বৰ্ণ (জাতি) ব্যৱস্থাত সংকীৰ্ণতা। ইয়াত মানুহে ক্ৰিত যুগ ( সত্য যুগ ) চলিছে বুলি ধাৰণা কৰিছিল। ইয়াত জন্মে লেখ কৰিব নোৱাৰাকৈ স্থল-পদ্ম। খেতিয়কৰ নাঙলৰ ফালত উঠি আহে মৃণাল—যেন উৰি ফুৰা ভোমোৰাৰ গুঞ্জনত মাটিৰ উৰ্বৰতাৰ গীতৰ লহৰে প্ৰচাৰ কৰি থাকে। লানি লানি পুণ্ড্ৰ ( কুঁহিয়াৰ ) খেতিয়ে এনেভাৱে ঠাইখনক মিঠা কৰি তুলিছিল যেন ক্ষীৰ সমুদ্ৰৰ গাখীৰ খাই মেঘে পানী বৰষিছে। সকলোতে সৰু সৰু শস্যৰ ভঁড়াল—যেন এখন এখন সৰু পাহাৰ। ধান, জিৰা আদি খেতিৰে উপচি আছিল পথাৰ; তাত জলসিঞ্চন কৰা হৈছিল—যন্ত্ৰ কৰি অনা পানী ঘটিৰে ঢালি ঢালি।

অনাবাদী মাটিতো ৰাজমালা হৈছিল ; মাহজাতীয় শস্য ছেঁইবোৰে ধৰিছিল সোণাৰালী ৰং। গমধানতো ভৰি ভৰি ধৰিছিল ছেঁই। এনে ধৰণেৰে খেতি হৈছিল বিধে বিধে।

তাত ম'হৰ পিঠিত উঠি গৰখীয়াই গৰু চৰায়, গৰুৰ ডিঙিত বাজি থাকে সৰু সৰু টিলিঙাবোৰ। গৰুৰ পিঠিত বহি কিছুমান চৰায়ে গৰুৰ গাত লাগি থকা পোকবোৰ খায়। 'বাম্পাচেচ্ছ' ঘাঁহ খাই সুমিষ্ট গাখীৰ দিয়ে গাইগৰুবোৰে। এনেহে লাগে যেন শিৱৰ ষাড়ে ক্ষীৰ সমুদ্ৰৰ পানী খাই হজম কৰিব নোৱাৰি বেমাৰে পাব বুলি গোটেইখিনি গাইগৰুবোৰৰ মাজত বিলাই ভগাই দিছে। বগা ৰঙৰ গৰুবোৰে গোটেই বননিক ৰাখিছে ধৱল কৰি।

যজ্ঞানুষ্ঠানৰ ধোঁৱাই যেন গোটেই দেশখনক দেৱৰাজ ইন্দ্ৰৰ ৰাজ্যত পৰিণত কৰি ৰাখে। তাত বিচৰণ কৰি থাকে সহস্ৰ কৃষ্ণ-সাৰ মৃগই। ফুলি থাকে বিভিন্ন ঠাইত কেতেকীৰ ফুল, শাক-পাচলিৰে ভৰি থাকে ভূমি। আঙুৰৰ ফলবোৰে পিয়াহ নিবাৰণ কৰে পথ-শ্ৰান্ত পথিকৰ। নাৰিকল, খেজুৰ, ডালিম গছত ভৰি থাকে ফল। জলাশয়ৰ পাৰে পাৰে অৰ্জুন গছৰ শাৰী জলাশয়ৰ পাৰত বহি পথিকে জুৰ লৈ গছৰ তলত খায় নানা ফল। শ্ৰীকণ্ঠদেশৰ ঐশ্বৰ্য্যই আকৰ্ষণ কৰি আনে অতিথি অভ্যাগতক। উট আৰু ভেৰাৰ পাল চৰি থাকে বনৰ মাজত। সুগন্ধি মৃগৰ ছাল পৰিধান কৰা গাওঁৰ প্ৰধানসকলে এইবোৰক ৰক্ষণাবেক্ষণ দিয়ে।

নৃত্য-গীত বাদ্যৰ ধ্বনিয়ে মুখৰিত কৰি ৰাখে ঘৰতৰ লোক-সমাজক —হৰষত মত্ত হৈ থাকে যেন ময়ুৰৰ দল। বিধে বিধে নানাৰঙী পখীৰ কাকলি তাত।

ঐশ্বৰ্য্য সম্পদে ভৰা এই শ্ৰীকণ্ঠ দেশ। ইয়াত যজ্ঞৰ ধোঁৱাই চকুৰ পানী সৰকায়, সেই পানীয়ে ধুই দিয়ে চকু আৰু নিবাৰণ কৰে চক্ষু-ৰোগ। অন্য বহুত ৰোগ নাশ হয় যজ্ঞস্থলীৰ অজস্ৰ চৌকাৰ (ৰান্ধিবৰ কাৰণে চৌকা) জুইৰ তাপত। বৃষোৎসৰ্গ সমাপন হোৱাৰ পিছত বজোৱা হয় নাগাৰা, নাগাৰাৰ গম্ভীৰ ধ্বনিত আতংকিত হৈ অপ-মৃত্যুৱেও কাষ চাপিব নোৱাৰিছিল।

এনেহেন জনপদৰ ৰাজধানী আছিল স্থান্বীশ্বৰ। স্থান্বীশ্বৰ আছিল ঋষিসকলৰ তপোবন, বেশ্যাসকলৰ কামায়তন (কাম উপভোগৰ ঠাই), শত্ৰুসকলৰ আছিল যমপুৰী, নটসকলৰ কাৰণে আছিল সংগীতশালা, বিদ্যাৰ্থীসকলৰ কাৰণে আছিল গুৰুকুল, গায়কসকলৰ বাবে আছিল গন্ধৰ্বপুৰী ...... বণিকসকলৰ কাৰণে আছিল বাণিজ্য-ক্ষেত্ৰ। অপূৰ্ব সুন্দৰী আৰু সতী-সাধ্বী নাৰীসকলৰ বাবে আছিল যথাৰ্থৰ উপযোগী স্থান এই স্থান্বীশ্বৰ। পদুমৰ লোভত পৰা সেই ঠাইৰ ৰমণীসকলৰ ভৰিৰ তলত বহি ভোমোৰাই গুণ-গুণাইছিল আৰু তাৰ ধ্বনিয়ে ম্লান কৰি পেলাইছিল ইন্দ্ৰনীল মণিৰ নূপুৰ-ধ্বনিক।

তাতেই আছিল পুষ্পভূতি নামৰ এজন ৰজা। দেৱৰাজ ইন্দ্ৰৰ শাসনৰ দৰে পুষ্পভূতিৰ শাসনত সুৰক্ষিত আছিল ব্ৰাহ্মণ-ক্ষত্ৰিয়-শূদ্ৰ বৈশ্য আদি সকলো বৰ্ণৰ লোক। তেওঁ যেন আছিল মেৰু পৰ্বত। মন্দাৰ পৰ্বতৰ শত্ৰুক জয় কৰি লক্ষ্মীক উদ্ধাৰ কৰাৰ দৰে ৰজাই আহৰণ কৰিছিল শত্ৰু ৰজাসকলৰ বিপুল ধন-সম্পত্তি। ধন, মান-মৰ্য্যাদা, যশস্যাৰে ভৰা আছিল তেওঁৰ ৰাজত্ব। ৰজা আছিল শিৱভক্ত। বৃষধ্বজ শিৱক পূজা নকৰাকৈ তেওঁ আহাৰ গ্ৰহণ নকৰে।

এদিনাখন ৰজাই শুনিলে দাক্ষিণাত্যৰ মহাশৈৱ ভৈৰৱাচাৰ্য্যৰ নাম। তেওঁ হেনো দক্ষযজ্ঞ নাশ কৰোঁতা দ্বিতীয় শিৱ। এইজনা দ্বিতীয় শংকৰৰ সাক্ষাৎ লাভ কৰিবলৈ তেওঁ উদ্‌গ্ৰীৱ হৈ পৰিল।

কেইদিনমান পিছত এদিন এজন প্ৰতিহাৰী অন্তঃপুৰত প্ৰৱেশ কৰি ক'লে যে মহাৰাজ, ভৈৰৱাচাৰ্যাই ৰজাৰ ওচৰলৈ এজন সন্ন্যাসীক প্ৰেৰণ কৰিছে। আগ্ৰহেৰে ৰজাই সন্ন্যাসীক ভিতৰলৈ মাতি পঠালে। দীৰ্ঘদেহী, আজানুলম্বিত, ক্ষীণকায় সন্ন্যাসীজনৰে ৰজাৰ সাক্ষাৎ হ'ল। তেওঁ যথোচিত সম্মান প্ৰদৰ্শন কৰি সুধিলে, "ভৈৰৱাচাৰ্য্য ক'ত আছে?"

সন্ন্যাসীজনে ক'লে, "এই নগৰৰে উপকণ্ঠত সৰস্বতী নদীৰ পাৰৰ এখন দেৱালয়ত তেওঁ অৱস্থান কৰি আছে। তেখেতে মহাৰাজক আশীৰ্বাদ দানেৰে সম্মান প্ৰদৰ্শন কৰিছে।" তেওঁ ভৈৰৱাচাৰ্য্য প্ৰেৰিত পাঁচোটি ৰত্ন-খচিত ৰূপৰ ফুল আগবঢ়ালে। উপহাৰ গ্ৰহণ কৰি তেওঁ ক'লে, "অহাকালি মই ভগৱান ভৈৰৱাচাৰ্য্যক দৰ্শন কৰিমগৈ।" সন্ন্যা-

সীয়েও বিদায় গ্ৰহণ কৰিলে।

পিছদিনা ৰাতিপুৱাতেই ৰজাই অশ্বাৰোহন কৰি ভৈৰৱাচাৰ্য্যক দৰ্শন কৰিবলৈ গ'ল। ৰজাৰ লগত গল বহুজন ৰাজপুত্ৰ।

ভগৱান ভৈৰৱাচাৰ্য্যাই ৰাতিপুৱাৰ মাংগলিক ক্ৰিয়া সম্পাদন কৰি উঠিছে। ভস্মেৰে অঁকা ঘূৰণীয়া সীমাৰেখাৰ সোঁমাজৰ মাটিত বাঘৰ ছালৰ ওপৰত উপৱিষ্ট হৈ আছিল তেওঁ। মূৰৰ জটাবন্ধা চুলিৰ ওপ-ৰত ওলমি আছিল ৰুদ্ৰাক্ষৰ গুটি আৰু শংখৰ মণিৰ মালা। তেওঁৰ ডাঙৰ আৰু দীঘলীয়া চকু, গৰুড়ৰ ঠোঁটৰ দৰে ভাঁজ লগা নাক, ওঁঠৰ দুই মূৰ কিছু বিস্তৃত, দাঁত কেইটা অলপ উজ্বলা, কাণ দুখনৰ পতাত দুটি স্ফটিক কুণ্ডল ওলমি আছে × × × ভগৱান ভৈৰৱাচাৰ্য্য আছিল, ধৰ্মৰ ধাম, সত্যৰ তীৰ্থক্ষেত্ৰ, কল্যাণৰ নিধি, ক্ষমা আৰু শিষ্টাচাৰৰ বিশাল ভূমি, ধৈৰ্য্যৰ আশ্ৰয়ক্ষেত্ৰ, কৰুণাৰ খনি ......

ৰজাক দেখি ভৈৰৱাচাৰ্য্যৰ মন চাঞ্চল্যৰে ভৰি পৰিল। তেওঁ 'স্বস্তি' শব্দ উচ্চাৰণ কৰি ৰজাক সম্ভাষণ জনালে। ৰজাইও মূৰ নত কৰি প্ৰণাম জনালে। তাৰ পিছত ভৈৰৱাচাৰ্য্যাই আগতে দিয়া পাঁচোটা শ্বেত-পদ্মৰ উপহাৰৰ বিনিময়ত ৰজাই বহুত বেছি সংখ্যক শ্বেত-পদ্ম আগবঢ়ালে। আচাৰ্য্যাই আগতে পাতি থোৱা বাঘৰ ছালৰ নিজৰ আসনৰ ওপৰত আসন গ্ৰহণ কৰিবলৈ ৰজাক অনুৰোধ কৰিলে।

ৰজাই ক'লে, "হে ভগৱান, অন্য ৰজাই কৰা দোষৰ কাৰণে মোকো দোষী নকৰে যেন। গুৰুজনৰ আসন গুৰুৰ সমানেই সন্মানৰ বস্তু ; সেই কথা মই লংঘন কৰিব নোখোজো।"—এই বুলি কৈ তেওঁ নিজৰে কাপোৰ এখন পাৰি তাৰে ওপৰত বহিল। আচাৰ্য্যইও যথাযথভাবে ৰজাক অভ্যৰ্থনা জনালে।

এদিনাখন ভৈৰৱাচাৰ্য্যাই ৰজাক দৰ্শন কৰিবলৈ গল। ৰজাই অন্তঃপুৰত মহিসী, ভৃত্যসকল আৰু ৰাজকোষ লগত লৈ আহি আচাৰ্য্যক সমৰ্পণ কৰি সেৱা কৰাত তেওঁ ক'লে, "এফালে ধন-ঐশ্বৰ্য্য আৰু আনফালে অৰণ্যবাসী জীৱন—এই দুয়োটাৰ সম্পৰ্ক অহি-

নকুল। ধন-ঐশ্বৰ্য্যই মানুহক ম্লান কৰে; আনহাতে তেজস্বীতাই জোনাকী পৰুৱাৰ দৰে চমকনি তুলি থাকে, ই কাকো সন্তাপ নিদিয়ে।”—এই বুলি কৈ তেওঁ বিদায় ল'লে।

ইয়াৰ পিছত নিতৌ ৰাতিপুৱা ভৈৰৱাচাৰ্যই পাঁচোটাকৈ ৰূপৰ পদুম ফুল ৰজালৈ উপহাৰ স্বৰূপে পৰিব্ৰাজকৰ হাতত পঠাই থাকিল।

এদিন পৰিব্ৰাজকজন আহি ৰজাক ক'লে, “পাতালস্বামী নামৰ আমাৰ এজন ব্ৰাহ্মণ শিষ্যই ব্ৰহ্মৰাক্ষসৰ হাতৰ পৰা অপহৰণ কৰি আনিছে এখন ডাঙৰ তৰোৱাল। সেইখন তৰোৱাল মহাৰাজৰহে যোগ্য বস্তু; অনুগ্ৰহ কৰি গ্ৰহণ কৰক।”—এইবুলি তেওঁ কাপোৰেৰে মেৰিয়াই অনা তৰোৱালখন উলিয়াই দিলে। এইখন তৰোৱালত আছিল যেন সমগ্ৰ জগতক ধ্বংস কৰিব পৰা শক্তি, যেন যমৰাজৰ খড়্গৰ অগনিত উত্তাপিত হৈ গলি যোৱা লোৰে নিৰ্মিত অস্ত্ৰ। কালীয়-নাগ কুপিত হৈ যেন এইখন তৰোৱালৰ ৰূপ ধাৰণ কৰিছে।

ৰজা পুষ্পভূতিয়ে তৰোৱালখন হাতেৰে দাঙি ধৰিলে। তাৰ পিছত তৰোৱালখন গ্ৰহণ কৰি ক'লে, “ভগৱান ভৈৰৱাচাৰ্য্যক কব যে লোকৰ বস্তু গ্ৰহণ কৰাত মই আগ্ৰহী নহয়; তথাপি তেওঁৰ আদেশ মই উলংঘা কৰিব নোৱাৰোঁ।”

“আপোনাৰ শুভ হওক” বুলি কৈ পৰিব্ৰাজকজনে বিদায় ল'লে।

কিছুদিন যোৱাৰ পিছত এদিন ভৈৰৱাচাৰ্যই ৰজাক ক'লেহি, “মহাৰাজ, আপুনি সকলোৰে ভৰষাৰ স্থল। মই ‘মহাকালহৃদয়’ নামৰ মহামন্ত্ৰ কোটিবাৰ জপ কৰি ভগৱান শিৱক পূজা কৰিছোঁ। সেই মন্ত্ৰ সিদ্ধিৰ কাৰণে বেতাল-সাধন কৰিব লাগে। এই কামত আপুনি ৰক্ষক হিচাপে মোৰ লগত থাকিলে মই আৰু তিনিজনৰ সহায় পাম। তাৰে এজন হ'ল মোৰ শিশুকালৰ বন্ধু টিটিভ; তেৱেঁই পৰিব্ৰাজক হিচাপে আপোনাৰ সেৱা আগবঢ়াইছে। আনজন হ'ল পাতালস্বামী, আৰু তৃতীয়জন হ'ল কৰ্ণতাল—এওঁ দ্ৰাবিড় লোক। যদি উচিত বুলি বিবেচনা কৰে তেনেহলে তৰোৱালখন হাতত লৈ আপুনি আহিলে মুঠ চাৰিজন হব।”

ৰজাই ক'লে, “হে ভগৱান, শিষ্য হিচাপে মোক আপুনি যি নিৰ্দেশ

কৰিলে সেই নির্দেশ পালন কৰিব পাৰিলে মই অনুগৃহীত হম।”

ৰজাৰ কথাত ভৈৰৱাচার্যাই বৰ আনন্দ পালে। তেওঁক ক'লে যে কৃষ্ণা-চতুর্দশীৰ নিশা যেন মহাশ্মশানৰ ওচৰত থকা ঘৰটোলৈ গৈ তাতে মিলিত হয়।

কৃষ্ণা-চতুৰ্দশীৰ দিনটো ৰজাই ব্ৰত পালন কৰি থাকিল আৰু নিশা তেওঁ পূজা কৰিলে অট্টহাস নামৰ তৰোৱালখনক। তৰোৱাল-খন যেন অধিক উজ্জ্বল হৈ উঠিল। তাৰ পিছত নিশা সকলো নিদ্রা-মগ্ন হোৱাৰ সুযোগতে ৰজাই তৰোৱালখন হাতত ল'লে আৰু পূৰ্বে নির্দেশ কৰা মতে মহাশ্মশান অভিমুখে নগৰৰ পৰা ওলাই গল। পৰম উৎসাহী ৰজাজনৰ পিছে পিছে গৈছে যেন ৰাজলক্ষ্মী।

যথাস্থানত উপস্থিত হ'ল ৰজা। টিটিভ, কর্ণতাল আৰু পাতালস্বামী আহি ৰজাক অভ্যৰ্থনা জনালে আৰু প্ৰত্যেকে নিজৰ নিজৰ পৰিচয় দিলে।

তেওঁলোকৰ লগত ৰজা আগবাঢ়িল যথাস্থানলৈ। ঠাইখন পোহৰাই তুলি ৰাখিছিল চাকিৰ পোহৰে; ধপ-ধুনাৰ সমাৱেশত যেন পলাই গৈছে বিঘিনিকাৰী পিশাচৰ দল। গহীন নিশাৰ গম্ভীৰতাৰ মাজত সজাই থোৱা আছিল পূজাৰ সম্ভাৰ।

তাত ৰজাই দেখা পালে ভৈৰৱাচাৰ্যক। তেওঁ অৱস্থান কৰি আছিল শুকুলা ভস্মৰ দ্বাৰা অংকিত এটি বৃত্তৰ মাজত। তেওঁৰ জ্যোতি প্ৰকাশ হৈছিল শৰৎকালৰ সূৰ্যৰ নিচিনাকৈ। ৰঙা চন্দন সনা দেহা হৈছিল ৰক্তবর্ণ। আচাৰ্যজনে অৱস্থান কৰি আছিল চিত হৈ পৰি থকা এটা শৱদেহৰ ওপৰত আৰু তেওঁৰ মুখৰ পৰা বহিৰ্ভূত অগ্নিয়ে দি আছিল আহুতি। পৰিধানৰ বস্ত্ৰ আছিল ক'লা। আহুতি দি আছিল ক'লা তিলেৰে। জুইৰ ধোঁৱা লাগি তেওঁৰ দুয়োটা চকু হৈ পৰিছিল সামান্য ৰঙা—এনেহে লাগিছিল যেন জুইত আহুতি দিয়া হৈছিল তেজেৰে।

ৰজা পুষ্পভূতিয়ে দেখা পালে আচাৰ্যক। ওচৰলৈ গৈ তেওঁ আচাৰ্য্যক সেৱা কৰিলে। আচাৰ্যাইও তেওঁক জনালে অভিনন্দন।

চাৰিও দিশ ৰক্ষাৰ ক্ষেত্ৰত পাতালস্বামী নিয়োজিত হ'ল পূৰ্ব দিশত, উত্তৰ দিশত কর্ণতাল আৰু পশ্চিম দিশত নিয়োজিত হ'ল

টিটিভ। ত্ৰিশংকুৰ দ্বাৰা চিহ্নিত দিশটো অলংকৃত কৰিলে ৰজা পুষ্প-ভূতিয়ে। চাৰিও দিশ সুৰক্ষিত হোৱাৰ পিছত ভৈৰৱাচাৰ্য্যই আৰম্ভ কৰি দিলে তেওঁৰ ভয়ংকৰ কৰ্ম।

বাহিৰত এটি কোলাহল শুনা গ'ল। কোলাহলৰ শব্দ আগবাঢ়ি আহি আছে। এই কোলাহল ৰাক্ষসসকলৰ। বহুপৰ ধৰি ৰাক্ষসসকলে বিঘিনি ঘটাবৰ দুৰ্দম প্ৰচেষ্টা চলায়ো পৰা নাই; সিহঁত ব্যৰ্থ হ'ল।

মাজনিশা হঠাতে মণ্ডলৰ উত্তৰ দিশত মাটি ফাটি এটা প্ৰকাণ্ড গাঁত হ'ল। প্ৰলয় কালত বৰাহে দাঁতেৰে পৃথিৱীক যেন বিদীৰ্ণ কৰি পেলালে। চাই থাকোঁতে গাঁতৰ মাজৰ পৰা ওলাই আহিল নীল পদুমৰ নিচিনা এজন পুৰুষ যেন মহাবৰাহে পাতাল ভেদ কৰি ওলাই আহিছে। পুৰুষজনৰ চকু আছিল ৰক্তাক্ত, ডিঙিত আছিল দীঘল মালা; ওলাই আহিয়ে এইজন বিৰাট পুৰুষে বাৰে বাৰে আস্ফালন কৰিবলৈ ধৰিলে। ভগবানে নৰসিংহ ৰূপ ধৰি গৰ্জন কৰাৰ নিচিনাকৈ ৰৱ তুলি তেওঁ ক'লে, "হেৰ মূৰ্খ বিদ্যাধাৰী, সামান্য বিদ্যা লাভ কৰিয়েই তই অহংকাৰত ৰব নোৱাৰা হৈছ, এইজনক পূজা নিদিয়াকৈয়ে সিদ্ধি লাভ কৰাৰ অভিলাষ কৰিছ? ইমান পৰেও তই শুনা নাই যে মোৰ নামেৰে নাম পোৱা এই দেশৰ অধিপতি মই—ময়েই সেইজন শ্ৰীকণ্ঠ নামৰ নাগ। মোৰ অবিহনত বিচৰণ কৰিব পাৰে নেকি আকাশৰ গ্ৰহ-নক্ষত্ৰই? পৃথিৱীৰ অধিপতি হৈও এইজন (ৰজা পুষ্পভূতি) অনাথ; কাৰণ তই হেন অধমৰ নিচিনা শিৱভক্তৰ হাতৰ পুতলা হৈ তোকে সেৱা কৰিব লাগিছে। এতিয়া চা—" এইবুলি টিটিভৰ লগতে তিনিওজনৰ ওপৰত প্ৰচণ্ড আঘাত কৰি মাটিত বগৰাই দিলে।

ৰজা পুষ্পভূতিয়ে ইয়াৰ আগতে কাৰো মুখৰ পৰা এনেহেন নিন্দাবাচক উক্তি শুনা নাছিল। তেওঁৰ খঙে চুলিৰ আগ পালেগৈ। খঙতে শৰীৰৰ পৰা এনেধৰণেৰে পানী ওলাবলৈ ধৰিলে যেন যুদ্ধত তৰোৱালৰ ধাৰৰ ক'লাখিনিয়ে পানী হৈ বটিয়াইছে। প্ৰচণ্ড খঙত তেওঁৰ সৰ্বাংগত কঁপনি উঠিল। সেই কম্পনত যেন নাগৰ লগত যুঁজ কৰিবলৈ দেহাটি সন্থন হৈছে। অট্টহাস নামৰ তৰোৱালখনতো পৰিছেহি নক্ষত্ৰৰ

তিৰবিৰণি। শ্ৰীকণ্ঠ নাগে কেনেবাকৈ পলাই সাৰে বুলি তেওঁ চিঞৰ মাৰি ক'লে, "মই হেন ৰাজহংস উপস্থিত থকা স্বত্বেও তই পূজা বিচাৰিছ ; তোৰ লাজ লগা নাই ? বীৰৰ বল বাহুত—কথাত নহয়। তোৰ মৰণ মিলিছে— অস্ত্ৰ ধৰ—শক্তি চাওঁ তোৰ, নিৰস্ত্ৰজনক আঘাত কৰিবলৈ মই শিকা নাই।"

অস্ত্ৰ নধৰাকৈয়ে দুয়োৰো যুদ্ধ আৰম্ভ হ'ল—বাহু-যুদ্ধ। যেন দুটি প্ৰকাণ্ড শিলাস্তম্ভৰ খুন্দাত পৃথিৱী লৰি উঠিল। যুদ্ধত প্ৰৱল হেঁচা দি নাগক মাটিত বগৰাই দিলে আৰু তাৰ চুলিত খামুচি ধৰিলে। তাৰ পিছত তৰোৱালখন লৈ তাৰ মূৰটো কাটি পেলাবলৈ উদ্যত হ'ল। ঠিক এনে সময়তে ৰজাই লক্ষ্য কৰিলে যে নাগ যজ্ঞোপবীত পৰিহিত। ততালিকে তৰোৱাল সম্বৰণ কৰি তেওঁ ক'লে, "তই যজ্ঞোপৱীতধাৰী ; অথচ কোনো সংকোচ নকৰাকৈয়ে তই দুৰ্বৃত্তৰ কৰ্মত প্ৰবৃত্ত হলি ?" এই বুলি কৈয়েই তাক এৰি দিলে।

এনে সময়তে ৰজাৰ চকুত পৰিল—তেওঁৰ তৰোৱালৰ পৰা এগৰাকী সুন্দৰী নাৰী আৱিৰ্ভূতা হৈছে। ৰজাৰ চন্দ্ৰোদয় হোৱা যেন লাগিল। বিদ্যুতৰ পোহৰ বিচ্ছুৰিত হৈ যেন ঠাইখন আলোকময় হৈছে। ৰমণীৰ হাতত এটি পদুম ফুল, তেওঁৰ সুকোমল চৰণযুগলৰ পৰা বিকীৰণ হৈছে ৰঙচুৱা ৰশ্মি। সমুদ্ৰলৈ প্ৰৱহিত হোৱা সকলো নদীৰ দৰে ফুলৰ মালাৰে তেওঁ শোভিতা হৈ ওলাইছে।

এনেহেন আৱিৰ্ভাৱ দেখি ৰজাৰ চমক লগা নাই। তেওঁ সুধিলে, "হে মহিমাময়ী, আপুনি কোন ? মোক দেখা দিছে কিয় ?"

"হে বীৰ, মই বিষ্ণুৰ হৃদয়ত বিলাসেৰে বিহাৰ কৰা হৰিণা, তৰোৱালৰ ধাৰৰ নিচিনা পদ্মৰূপা নাৰী। তোমাৰ বীৰত্বই আকৃষ্ট কৰি আনিছে মোক ; এতিয়া তোমাক কি লাগে কোৱা।" ৰজাই প্ৰাৰ্থনা জনালে—তেওঁ যেন সিদ্ধি দান কৰে গুৰু ভৈৰৱাচাৰ্য্যক। লক্ষ্মীদেৱী আনন্দিত হ'ল ; মৰমসনা দুচকু মেলি তেওঁ ক'লে, "তথাস্তু।" তাৰ পিছত আকৌ ক'লে, "ভগৱান শিৱৰ প্ৰতি তোমাৰ অটল ভক্তি আৰু তোমাৰ মহত্বৰ ফলত তুমি এই পৃথিৱীত এটি নতুন ৰাজবংশ প্ৰৱৰ্তন কৰিবা। তেনেহেন ৰাজবংশ আগতে দুবাৰো হৈ গৈছে—

সূৰ্য্যবংশ আৰু চন্দ্ৰবংশ। তুমি যিটো বংশৰ প্ৰৱৰ্তন কৰিবা তাত জন্মগ্ৰহণ কৰিব হৰিচন্দ্ৰৰ নিচিনা সকলো দ্বীপৰ পালক, ত্ৰিভুৱনজয়ী দ্বিতীয় মান্ধাতাৰ দৰে মহাৰাজ চক্ৰৱৰ্তী হৰ্ষদেৱ (হৰ্ষবৰ্ধন) ··· ।"

কথা শুনি মহা তৃপ্তি হ'ল পুষ্পভূতিৰ। দেৱীৰ বৰত ভৈৰৱাচাৰ্য্যইও লাভ কৰিলে বিদ্যাধৰত্ব। তেওঁ ৰজাক ক'লে, "হে ৰজা, এলেহুৱা আৰু দুৰ্বলৰ আকাংক্ষা পূৰ নহয়, সৎ লোকৰ পৰা লাভবান হয় পৃথিৱী ······ আপোনাৰ শৌৰ্য্যগুণৰ কাৰণে মই উপকৃত হলোঁ, মোৰ আত্মলাভ হ'ল। মই আপোনাক এটি সাধাৰণ কাম কৰি দি স্মৰণীয় হৈ থাকিব খোজোঁ।"

বীৰ পুৰুষে কোনো উপকাৰ কৰি প্ৰত্যুপকাৰ লাভৰ কথা হৃদয়ত স্থান নিদিয়ে। সেই কাৰণে ৰজাই ক'লে, "হে ভগৱান, আপোনাৰ সিদ্ধি লাভেই মোক সকলো দিছে। আপুনি আপোনাৰ অভীষ্ট স্থানলৈ গমন কৰক।"

টিটিপকে ধৰি তিনিওজনে ৰজাক আলিংগন কৰিলে। ভৈৰৱাচাৰ্য্যইও ৰজাক আশীৰ্বাদ দি বেগেৰে প্ৰৱেশ কৰিলে আকাশত। শ্ৰীকণ্ঠ নাগেও ক'লে, "হে মহাৰাজ, আপোনাৰ পৰাক্ৰমে মোক কিনি পেলাইছে, মোক শিক্ষা দিছে বিনয়ৰ ···— ।" এই বুলি কৈ সি পৃথিৱীৰ গহ্বৰলৈ সোমাই গ'ল।

ৰাতি পুৱাবৰ হ'ল, পদুমে সাৰ পালে। সুৰভিত হৈ পৰিল অৰণ্যসমীৰ। বায়ুত ভৰি পৰিল তুষাৰকণা— যেন ঘৰ্মাসিক্ত হৈ পৰিছে বনদেৱীৰ স্তন, ৰাতিপুৱাৰ সুগন্ধি ফুলৰ মুকুলে আকৰ্ষণ কৰি টানি আনিছে গুঞ্জৰিত ভ্ৰমৰদলক, সাৰ পাই উঠিছে চৰাইবোৰ···· ।

সূৰ্য্যৰ পোহৰে দিলে দেখা। তাৰ পিছত ৰজা পুষ্পভূতি আৰু টিটিভকে ধৰি তিনিজনে গুচি গ'ল বননিলৈ।

যথাকালত ৰজা পুষ্পভূতি বাৰ্ধক্যৰ ওচৰ চাপিল।

---

## চতুৰ্থ উচ্ছ্বাস

যিজন মহান (আৰু সপোনতো যোগ (কুটিলতা)ৰ আশ্ৰয় নলয় কৰ-কাটলো (প্ৰজাৰ পৰা দণ্ড হিচাপে) সংগ্ৰহ নকৰে ; অকল নিজৰ পৰিচয়ৰ বলতে তেওঁ পৃথিৱীৰ অধিপতি হয় ॥ ১ ।

বস্তুত ডাঙৰ ৰাজবংশত পৃথুৰ নিচিনাকৈ সকলোকে কম্পিত কৰিব পৰাকৈ এজনহে আৱিৰ্ভাৱ হয়। গণাধিপ (গণেশ)ৰ মুখখন ডাঙৰ ; অথচ তেওঁৰ আছে বৃহদাকাৰ (তেজস্বী) দাঁত মাত্ৰ এটাহে ॥ ২ ॥

যাৰ পিছত পুণ্ডৰীক নেত্ৰৰ বিষ্ণুৰ নাভী-কমলৰ নিচিনা কমল-নয়ন পুষ্পভূতিৰ পৰা ৰাজবংশ উদ্ভৱ হোৱাৰ দৰে, সমুদ্ৰৰ পৰা লক্ষ্মীক নি ৰত্নাকৰে ৰত্ন-ভাণ্ডাৰ উলিয়াই অনাৰ দৰে, উদয়াচল উদয়গিৰিৰ)ৰ পৰা গুৰু (বৃহস্পতি) বুধ, কবি (শুক্ৰ), কলাভৃত চন্দ্ৰ), তেজস্বী (সূৰ্য), ভূ-নন্দন (মংগল) আদি গ্ৰহবোৰ ওলাই অহাৰ দৰে, সগৰ ৰজাৰ প্ৰভাৱত গঙ্গাৰ বস্তু দাঙিব পৰাকৈ সাগৰৰ উদ্ভৱ হোৱাৰ দৰে, শুৰ নামৰ যদুৰাজৰ পৰা দুৰ্জয় (অৰ্থাৎ বিষ্ণু আৰু বলৰামৰ লগত যুক্ত হৰিবংশৰ উদ্ভৱ হোৱাৰ নিচিনাকৈ পুষ্পভূতিৰ পৰা উদ্ভৱ হোৱা এটি বিক্ৰমী ৰাজবংশৰ উদ্ভৱ হ'ল। নষ্ট হৈ যাব ধৰা ধৰ্মক ৰক্ষা কৰিবৰ কাৰণে সত্য যুগৰ সূচনা হৈ ভাল ভাল প্ৰজাৰ সৃষ্টি হোৱাৰ দৰে, নিজৰ প্ৰতাপেৰে সমস্ত সংসাৰক অশান্ত কৰা কিৰণ সূৰ্য্যাৰ পৰা ওলোৱাৰ দৰে, সমুদ্ৰ পান কৰিবলৈ উদ্যত মেঘমালা বৰ্ষাকালৰ পৰা হোৱাৰ দৰে, কামনা কৰা ফলক দান কৰা গছ নন্দন-বনত উৎপন্ন হোৱাৰ দৰে, সমস্ত ভূতত আশ্ৰয় লৈ থকা সংসাৰৰ দৃশ্যমান ৰূপ বিষ্ণুৰ পৰা উৎপন্ন হোৱাৰ নিচিনাকৈ সেই ৰাজ-বংশত জন্ম হ'ল অনেক নৃপতিৰ।

এই বংশ-ক্ৰমণিকাতে জন্ম-গ্ৰহণ কৰিছিল ৰাজাধিৰাজ প্ৰভাকৰ বৰ্ধনে। এওঁ আছিল হুনৰূপী হৰিণাবোৰৰ কাৰণে সিংহ, সিন্ধুৰাজৰ কাৰণে জ্বৰ, গুৰ্জৰ ৰজাৰ কাৰণে নিদ্ৰাহৰণকাৰী······ মালৱ দেশৰ লক্ষ্মীৰূপী লতা কাটি পেলোৱা কুঠাৰ। গাৰ লেতেৰাবোৰ স্নান

কৰোঁতে পানীৰে ধুই পৰিস্কাৰ কৰাৰ দৰে ৰজা প্ৰভাকৰে ৰাজ অভিষেক সম্পন্ন কৰি উঠিয়েই ৰাজ্যৰ ধন-সম্পদ উছৰ্গা কৰি দিলে। যুদ্ধ আৰম্ভ কৰাৰ লগে লগে শত্ৰুপক্ষৰ কোনোৱে ভীৰুতা প্ৰদৰ্শন কৰিলেই তেওঁ পাইছিল লাজ। তেওঁ আছিল মানী; সেইকাৰণেই তেওঁৰ কোনো খেদ নাছিল।

ৰজাই পাহাৰ-পৰ্বত গুহা গহ্বৰ, নদী-নল। সকলোকে সমতল কৰি সৈন্যসকলৰ চলাচলৰ হেতুকে নিৰ্মাণ কৰিছিল সৈন্য-মাৰ্গ (পথ)। তেওঁৰ অখণ্ড প্ৰতাপত ছেদেলি-ভেদেলি হৈছিল শত্ৰু-পক্ষ। শত্ৰু-ৰজাক নিহত কৰি উঠি তেওঁ আকৌ সেই পক্ষৰে হৈ পৰিছিল পঞ্চভূত (ক্ষিতি, অপ, তেজ, মৰুত আৰু ব্যোম)। ৰজাই তেওঁৰ কৰ্মচাৰীসকলকো দান কৰিছিল ঐশ্বৰ্য্য। তেওঁৰ প্ৰত্যাগিতে হৈছিল বিপুল ঐশ্বৰ্য্য ........অস্ত্ৰৰ আঘাতত বুজা গৈছিল তেওঁৰ পৌৰুষ। এই গৰাকী ৰজাৰ শাসন কালত যেন অংকুৰিত হল সত্যযুগ -কলিযুগ আঁতৰি গ'ল —মন্দিৰলৈ নামি আহিল যেন স্বৰ্গ, মূল্যবান সম্পদেৰে ইয়ালৈ যেন অনা হ'ল মেৰু পৰ্বত; ব্ৰাহ্মণলৈ সমৰ্পিত ধনৰ কলহ। সৌভাগ্যৰ সম্পদ যেন লাগিছে।

ৰজাৰ মহিষীৰ নাম আছিল যশোমতী। শিৱৰ সতী পাৰ্বতীৰ নিচিনা আছিল তেওঁ। বিষ্ণুৰ হৃদয়ত বিচৰণ কৰা লক্ষ্মীৰ দৰে তেওঁৱো ৰজাৰ হৃদয়ত বিচৰণ কৰিছিল। সংগীতাদি কলা-বিদ্যাত তেওঁ আছিল নিপুণা, আছিল তেওঁ ৰাজ্যৰ প্ৰজাসকলৰ জননী-তুল্যা। নিজে আছিল শ্ৰেষ্ঠ ৰজাৰ বংশোদ্ভৱা কন্যা, স্বামীৰে সৈতে ৰচনা কৰিছিল তেওঁ একাত্ম—ঠিক যেন মানস সৰোবৰলৈ যোৱা ৰাজহংসক অনুসৰণ কৰি যোৱা ৰাজ-হংসীনি। পতিৰ বিৰহতো হৈ পৰিছিল তেওঁ কাতৰা × × × × নৰকাসুৰক জয় কৰা বিষ্ণুৰ হৃদয়ত স্থান লোৱা লক্ষ্মীৰ দৰে ৰাণীয়েও ৰজাৰ হৃদয়ত স্থান লাভ কৰিছিল।

ৰজা আছিল সূৰ্য্যভক্ত। বেলি ফাট দিওঁতেই তেওঁ শোৱাপাটি এৰি স্নান কৰি উঠি পৰিধান কৰিছিল দুকুল বস্ত্ৰ। দুপৰীয়া আৰু সন্ধিয়া পৱিত্ৰ অন্তৰেৰে পুত্ৰলাভৰ বিনয়-কামনা কৰিছিল তেওঁ; বাৰে বাৰে জপ কৰিছিল বিশুদ্ধ মনেৰে আদিত্য-হৃদয় মন্ত্ৰ।

এদিন। শুভ্ৰ জোনাক নিশা প্ৰায় শেষ হওঁ হওঁ। প্ৰভাত আসন্নপ্ৰায়। চন্দ্ৰৰ লাৱণ্যই নিজৰ প্ৰভাক এৰি কুমুদিনীক স্পৰ্শ কৰিছেগৈ মধুৰ মদিৰাত উন্মত্ত—অথচ টোপনি-বিভোৰা সুন্দৰীসকলৰ নিশ্বাসত কঁপিছে অন্তঃপুৰৰ দীপশিখাবোৰ।

ৰজা শুই আছে, কাষত যশোমতী। নিদ্ৰাৰ গভীৰতাৰ মাজতে ৰজাৰ ভৰি দুখন স্বাভাৱিকভাৱেই প্ৰসাৰিত হৈছে, নাকেদি প্ৰৱাহিত হৈছে সুৰভিত সুগন্ধি নিশ্বাস, কপালত পৰিছে চন্দ্ৰালোকৰ প্ৰতিবিম্ব—যেন সংগম কালত মহিষীয়ে ৰজাৰ চুলিক আকোৱালি ধৰাৰ ফলত মূৰৰ শ্বেত ফুলৰ মালাধাৰ পৰিছে লুটি খাই। ৰজা টোপনিত। এনে সময়তে হঠাতে ৰাণী যশোমতীয়ে চিঞৰি উঠিল—'আৰ্য্যপুত্ৰ, মোক বচাওক, মোক বচাওক।' ৰাণীৰ সৰ্বশৰীৰত কম্পন।

'মোক বচাওক' বুলি আত্ৰাহি পাৰি কোনেও আজিলৈকে ৰজাৰ কাষ চপা নাই, কাতৰ নিনাদৰ এয়া প্ৰথম অভিজ্ঞতা। ততালিকে ৰজাই 'ভয় নাই—ভয় নাই' বুলি পালেঙৰ পৰা তেওঁৰ তৰোৱালখন এনেভাবে বুটলি ল'লে যেন গোটেই প্ৰাসাদটো কঁপি উঠিছে। চাৰিওফালে নিৰিখি চালে তেওঁ—'ক'তো একো নাইচোন!' তেওঁ ৰাণীক সুধিলে।

ৰাজমহিষীয়ে ক'লে, "আৰ্য্যপুত্ৰ, মই সপোনতে দেখিলো—ভগৱান সূৰ্য্যমণ্ডলৰ পৰা ওলাই আহিছে দুটি শিশু, বিদ্যুতৰ আলোকেৰে উদ্ভাসিত ল'ৰা দুটিৰ গাৰ পোহৰেৰে উদ্ভাসিত কৰি দিছে সমস্ত জগত আৰু নিখিল বিশ্বৰ লোকে ওপৰমুৱা হৈ সিহঁত দুটাক সেৱা কৰিব লাগিছে। তাৰ পিছত চন্দ্ৰৰ নিচিনা কন্যা এটি আহি লগ হ'ল সিহঁতৰ আৰু তিনিও নামি আহিল পৃথিৱীলৈ। মই চিঞৰি দিলো; তথাপি সিহঁতে এখন অস্ত্ৰেৰে ফালি গৈ মোৰ পেটত সোমাল। ভয়ত মোৰ বুকু কঁপি উঠিছে........ ।"

এনে সময়তে বাহিৰত বাজি উঠিল প্ৰভাতৰ শংখধ্বনি। এই ধ্বনিয়ে যেন জ্যোতিষীৰ দৰে কৈ দিলে এনেহেন সপোনৰ ফল।

নিদ্ৰাভংগ কৰিবলৈ চাৰিওফালে 'জয় জয়' ধ্বনি উঠিল। ৰজাৰ প্ৰিয় ঘোঁৰাবোৰে ঘোঁৰাশালতে চিঁহিঁয়াইছে আৰু এজন ঘোঁৰাপালক

আহি সিহঁতৰ আগত মেলি দিছে মৰকত মণিৰ দৰে ধাঁহ। তাৰ মুখেদি ওলাই আহিছে বক্ত্ৰ আৰু অপবক্ত্ৰ ছন্দৰ দুটি শ্লোক :

নিখিস্তত্ৰ ৱিকাৰেণ সন্মণিঃ স্ফুৰতা ধাম্না ।
শুভাগমো নিমিত্তেন স্পষ্টমাখ্যায়তে লোকে ॥৩॥

(গছৰ ডাল তলমুৱা হলে অথবা বিকৃত অৱস্থাৰ গছে সেই গছৰ তলত বহু অৰ্থভাণ্ডাৰ থকা কথাৰ সূচনা কৰে ; মণিৰ পৰা বিচ্ছুৰিত প্ৰভা চাই সেই মণি খাটি হয় নে নহয় ধৰিব পাৰি ; আৰু বিশেষ বিশেষ কিছুমান লক্ষণৰ দ্বাৰা পৃথিৱীৰ মংগল জানিব পাৰি ।)

অৰুণ ইৱ পুৰঃসৰো ৰৱিং পৱন ইৱাতিজৱো জলাগমম্ ।
শুভমশুভমথাপি ৱা নৃণাং কথয়তি পূৰ্বনিদৰ্শনোদয়ঃ ॥৪॥

(সূৰ্যোদয়ৰ সূচনা কৰে পূৰ্বগামী সূৰুযে ৰৰষুণৰ সূচনা কৰে প্ৰৱল বতাহে ; তেনেকৈয়ে মানুহৰ মংগল অথবা অমংগলৰ সূচনা কৰে প্ৰাথমিক লক্ষণবোৰে। )

শ্লোক শুনি ৰজা প্ৰসন্ন হ'ল আৰু ৰাণীক ক'লে, "প্ৰিয়ে, তুমি দুখ কৰিবা কিয় ? এতিয়া তুমি প্ৰসন্ন হোৱাৰহে কথা ; তোমাৰ গুৰুৰ আশীৰ্বাদে ফল দান কৰিছে, আমাৰ মনোৰথ পূৰ্ণ হৈছে, ভগৱান সূৰ্য্যও সুপ্ৰসন্ন । তেওঁ তিনিটি সন্তান দান কৰি আমাক আনন্দিত কৰিব।" এই কথা শুনি ৰাণী যশোমতী সন্তুষ্ট হ'ল।

অলপ দিন পিছতে ৰাণী যশোমতীয়ে গৰ্ভত ধাৰণ কৰিলে ৰাজ্যবৰ্ধনক। আহাৰৰ ৰুচিহীনতা আদি লক্ষণসমূহে ৰাণীৰ গাত দেখা দিলে × × × আৰু দহমাহত ভৰি দিয়াৰ লগে লগে ৰাণীয়ে প্ৰসৱ কৰিলে ৰাজ্যবৰ্ধনক। এই শিশুটিৰ দেহা পৃথিৱীৰ ভাৰ বহন কৰিবলৈকে যেন বজ্ৰৰ পৰমাণুৰে গঠিত । ৰাজকোঁৱৰৰ জন্মৰ আনন্দত বিভোৰ হৈছে প্ৰজাসকল, শংখধ্বনিত মুখৰিত হৈছে সৰ্বদিশ, শ-শ দুন্দুভিৰ শব্দই জগতত তুলিছে দুমদুমনি, আনন্দত উৎফুল্লিত হৈছে মৰ্ত্যলোক········ ।

তাৰ পিছত কিছুকাল গ'ল । শাওণৰ মাহ পৰিল । গছত ফুলিছে ফুল, কদম গছে ধৰিছে মুকুল········ । এনে সময়তে ৰাণীৰ গৰ্ভত স্থিত হ'ল দৈৱকীৰ গৰ্ভত চক্ৰপাণিয়ে (শ্ৰীকৃষ্ণ) স্থিতি লোৱাৰ

নিচিনাকৈ আৰু এটি শিশু। এই কালছোৱাত ৰাণীৰ গাত দেখা দিয়া লক্ষণবোৰৰ পৰা কব পৰা হ'ল যে ৰাণীয়ে গৰ্ভত ধাৰণ কৰিছে এজন গৌৰৱোজ্জ্বল মহাপুৰুষক ; ৰাণীয়েও যেন প্ৰতীক্ষা কৰিছে পুত্ৰৰ জন্মৰ সেই ক্ষণটোলৈ। তেওঁৰ স্তনযুগলত পৰিছে চন্দ্ৰৰ কিৰণ—এনেহে লাগিছে যেন গৰ্ভস্থলীত কোনোৱে ৰাজকীয় চিত্ৰৰূপে ধৰি আছে শুভ্ৰছত্ৰ। সপোনত দেখিছে ৰাণীয়ে—চাৰিটা হাতীয়ে পদুম পাতত পানী কঢ়িয়াই আনি যেন ৰাজ-অভিষেক কৰিছে।

## ।। শ্ৰীহৰ্ষৰ জন্ম ।।

জেঠ মাহ পৰিল। কৃত্তিকা নক্ষত্ৰযুক্ত কৃষ্ণ দ্বাদশী তিথি। সময় সন্ধিয়া পাৰ হৈ নিশাৰ যৌৱন সমাগত। এনে সময়তে অন্তঃপুৰত উল্লাসৰ ধ্বনি উঠিল। দৌৰি আহিল ৰাণী যশোমতীৰ প্ৰাণসমা ধাত্ৰী সুযাত্ৰা। ৰজাৰ ওচৰত আঠু লৈ ক'লে, "হে দেৱ, দ্বিতীয় পুত্ৰই দেখা দিছে ; মহাৰাজ ভাগ্যবান।" – কথাখিনি কোৱাৰ পিছতে তেওঁ পাৰিতোষিক হিচাপে লাভ কৰিলে ৰূপৰ পূৰ্ণপাত্ৰ।

এনে সময়তে তাৰক নামৰ ৰজাৰ প্ৰিয় জ্যোতিষীজন আহি উপস্থিত হ'ল। এইজন জ্যোতিষী আছিল সকলোবোৰ জ্যোতিষীৰ পূজ্য। তেওঁ ক'লে, "......এনে এটি দোষৰহিত লগ্নতেই জন্ম লাভ কৰিছিল মান্ধাতাই। সেইখন ৰাশি চক্ৰতো একে ধৰণেৰেই সকলো গ্ৰহৰ স্থান আছিল। এনেহেন শুভযোগত জন্মলাভ কৰা দ্বিতীয় এজন ৰাজ-চক্ৰৱৰ্তীৰ উদাহৰণ মই পোৱা নাই। এওঁ হব সাত-সমুদ্ৰৰ পালক, সকলো যজ্ঞকাৰী আৰু সূৰ্য্যৰ নিচিনা তেজস্বী হব এওঁ।"

এটা সময়ত কোনেও নবজোৱাকৈয়ে শংখধ্বনি হ'ল, দুন্দুভি বাজিল। ৰণ্‌ৰণকৈ বাজি উঠিল মংগলতুৰ্য্য, ঘোঁৰাবোৰে হিঁহিঁয়নি তুলি কেশৰ সঞ্চালন কৰিলে, বিলাস ভংগিৰে, হাতীয়ে ওপৰলৈ শুৰ তুলিলে, যজ্ঞশালাত হোমাগ্নি প্ৰজ্বলিত হৈ শিখাবোৰ হাস্লিল সোঁফালে, বেদমন্ত্ৰ উচ্চাৰণ কৰি কৰি শ্বেত-বস্ত্ৰ পৰিহিত ব্ৰাহ্মণসকল আহি উপস্থিত হৈ ৰাজপুত্ৰ হৰ্ষৰ অভ্যুদয় কামনা কৰিলে। শান্তিজল আৰু ফল লৈ আহি থিয় হ'ল পুৰোহিতসকল × × × ৰাজপুত্ৰৰ জন্ম উপলক্ষে

আৰম্ভ হ'ল মহোৎসৱ, সমগ্ৰ ৰাজধানীত আনন্দোল্লাসী প্ৰজাসকলে আনন্দতে নৃত্য কৰিবলৈ ধৰিলে।

পিছদিনাৰ পৰা চাৰিওফালৰ আনন্দত উৎফুল্লিত প্ৰজাসকলে জাক পাতি পাতি আহিবলৈ ধৰিলে হাজাৰ হাজাৰ মহিলা আহিছে নৃত্য কৰি কৰি যেন শ্ৰীকৃষ্ণৰ ষোলহাজাৰ গোপীনি। নাচি নাচি আহিছে অগণিত ভৃত্যৰ দলে ভৰিত নূপুৰৰ ধ্বনিৰে মুখৰিত কৰি, লাজকুৰীয়া যুৱকসকল আহি অনুৰাগ প্ৰকাশ কৰিছে মহাৰাজৰ প্ৰতি, নিম্নশ্ৰেণীৰ দাসীসকল হৈছে আনন্দত মতলীয়া। এই উৎসৱলৈ ধাৰ বইছে যেন পুঞ্জীভূত ফুলৰ নন্দন-বন যেন লগা হৈছে পাৰিজাত পুষ্পৰ গোন্ধত······। ৰজা প্ৰভাকৰবৰ্ধনে মুক্ত হস্তে দান কৰিছে ব্ৰাহ্মণসকলক, দান কৰিছে তৃতীয়াসকলক আৰু দান কৰিছে অনাথ-সকলক।

এনেদৰেই শেষ হ'ল সেই মহোৎসৱ।

সময়বোৰ বাগৰি আছে। লাহে লাহে হৰ্ষইও ডাঙৰ হৈ আহিবলৈ ধৰিলে; শৰীৰত সঞ্চাৰ হবলৈ ধৰিলে নতুন নতুন তেজ, নতুন নতুন শক্তি।

ৰাজাবৰ্ধনে ভৰি দিলে ছয় বছৰত। এনে সময়তে ৰাণী যশোমতীয়ে গৰ্ভত ধাৰণ কৰিলে ৰাজাশ্ৰীক--ঠিক প্ৰলয় কালত পৃথিৱীক নাৰায়ণে নিজে ধাৰণ কৰাৰ নিচিনাকৈ।

গৰ্ভৰ দিন পূৰ্ণ হ'ল, ৰাণীয়ে কন্যাক জন্ম দিলে। বোকাযুক্ত পুখুৰীয়ে যেনেকৈ ৰঙা বৰণৰ দীঘলীয়া ঠাৰি আৰু শিপাসহ পদুমে গছ উৎপন্ন কৰে, বাৰিষাই যেনেকৈ সৃষ্টি কৰে শৰৎ কালৰ, বসন্তৰ শোভাই যেনেকৈ সৃষ্টি কৰে বন আৰু ফুলেৰে জাতিষ্কাৰ অৰণ্যৰাজি···· তেনেকৈয়ে জন্ম দিলে যশোমতীয়ে তেওঁৰ ৰক্তবৰ্ণা কমল-নয়ণা কন্যাক। ৰাণীৰ দুয়োটা স্তনৰ ওপৰত একাৱলী লতাই সুশোভিত কৰি তোলাৰ নিচিনাকৈ দুটি পুত্ৰ আৰু এটি নৱজাত কন্যাক লৈ সুশোভিতা হৈ পৰিল ৰাণী যশোমতী।

এনে সময়তে এদিন ৰাণী যশোমতীৰ ভায়েকজনে তেওঁৰ আঠ-বছৰীয়া পুতেক ভণ্ডিক ৰাজ্য আৰু হৰ্ষৰ সংগী হিচাপে তাতে থাকিবলৈ পঠাই দিলে। শিশুকালতেই ভণ্ডিক তেজস্বীৰ নিচিনা লাগিছিল—যেন কামদেৱে নতুনকৈ জন্ম লাভ কৰিছে। শিৱই তৃতীয় চকুৰে চকু দিয়াৰ নিচিনাকৈ ভণ্ডিৰ ওপৰতো ৰজাই ৰাখিছিল চেনেহৰ দৃষ্টি। ক্ৰমে ক্ৰমে তেওঁলোক যৌৱনপ্ৰাপ্ত হ'ল।

অলপ দিনৰ ভিতৰতে ৰাজ্যবৰ্দ্ধন আৰু হৰ্ষৰ যশ চন্দ্ৰ আৰু সূৰ্য্যৰ প্ৰতাপৰ দৰে অন্য দ্বীপলৈ বিয়পি পৰিল। দুয়োৰে তেজ আৰু বল সমানে এনেভাৱে বৰ্ধিত হবলৈ ধৰিলে যেন তেওঁলোক দুটা নহয়—এটাহে। অগ্নি আৰু বায়ুৰ সমান শক্তিমান, হিমালয় আৰু বিন্ধ্যাগিৰিৰ নিচিনা অচল এই ভ্ৰাতৃদ্বয়ে একেলগে কৰে শৰীৰ-চৰ্চা, একেলগে কৰে অস্ত্ৰ শিক্ষা আৰু ধৰ্ম শিক্ষা। ৰাজ্য আৰু হৰ্ষ এই দুটি শব্দৰ প্ৰাদুৰ্ভাৱৰ কথা সমগ্ৰ পৃথিৱী জুৰি বিয়পি গ'ল, মধু-পান নকৰাকৈয়ে তেওঁলোকে সজ্জনসকলৰ মুখত মধুবৰ্ষণ কৰিছিল।

এদিনাখন আহাৰ কৰি উঠি ৰজাই দুই পুতেকক মাতি আনি ক'লে যে কোনোপ্ৰকাৰৰ দোষে চুই আক্ৰান্ত কৰিব নোৱাৰা, সুন্দৰ আৰু পৱিত্ৰমনা, অতি বিনয়ী আৰু পৰাক্ৰমী মালৱ ৰজাৰ পুত্ৰ কুমাৰগুপ্ত আৰু মাধৱগুপ্তক তেওঁলোকৰ অনুচৰ হিচাপে নিযুক্ত কৰা হৈছে। সিহঁত দুটাক পৰিজন বুলি যেন ভাবে আৰু যেন অন্য ভৃত্যৰ দৰে ব্যৱহাৰ নকৰে। ৰজাই ল'ৰা দুটিক আনিবলৈ দুৱৰীক পাচিলে।

কুমাৰগুপ্ত আৰু মাধৱগুপ্ত আহিল। প্ৰৱেশ কৰিয়েই দুয়োজনে হাত আৰু আঠুৰে ভূমি স্পৰ্শ কৰি ৰজাক সেৱা জনালে ; ৰজাইও চেনেহৰ চকুৰে দুয়োকে বহিবলৈ নিৰ্দেশ কৰিলে। তাৰ পিছত ক'লে, "আজিৰ পৰা তোমালোকে কুমাৰ দুজনৰ অনুগামী হবা। তোমালোক যেন হৈ থাকা এওঁলোকৰ অংগাংগস্বৰূপ।" তেওঁলোকেও "মহাৰাজৰ আদেশ শিৰত তুলি লওঁ" বুলি থিয় হৈ প্ৰণাম কৰিলে আৰু কুমাৰদ্বয়ক লগত লৈ ওলাই গল।

আনফালে ৰাজ্যশ্ৰীও লাহে লাহে আহি যৌৱনত ভৰি দিলে।

এক নিৰ্দিষ্ট লক্ষ্যস্থানত বহুপাত শৰ নিক্ষেপ হোৱাৰ নিচিনাকৈ ৰাজ্যশ্ৰীৰ ওপৰতো বহুসংখ্যক ৰজাৰ দৃষ্টি-শৰ নিক্ষেপিত হ'ল। তেওঁলোকে দূত প্ৰেৰণ কৰি বিয়াৰ প্ৰস্তাৱো আগবঢ়ালে।

এদিন ৰজা প্ৰভাকৰবৰ্ধনে প্ৰাসাদত বহি আছে। এনে সময়তে বাহিৰত কোনোবা পুৰুষে আৰ্য্যাছন্দত ৰচিত গীত এটি গোৱা তেওঁৰ কাণত পৰিল:

'উদাৰ মেঘে কৰে বজ্ৰপাত,
পানীৰে উপচি নৈয়ে পাৰ ভাঙি দিয়ে;
কন্যাৰ বৰ্ধিত স্তন দেখা পায় যদি –
পিতা হয় চিন্তাৰ অধীৰ '

গীত শুনি ৰজাৰো চিন্তা হ'ল। ৰাণীক ওচৰলৈ মাতি আনি ক'লে—"ৰাজ্যশ্ৰীও যৌৱনপ্ৰাপ্তা হৈছে, নিজৰ কন্যাক উলিয়াই দিয়া বৰ টান; তথাপিতো উপযুক্ত বৰ চাই বিয়া দিয়াই হৈছে পিতৃৰ কৰ্তব্য—এয়া লোক-ব্যৱস্থাও। বুদ্ধিমানসকলে প্ৰাধান্য দিয়ে বৰৰ বংশ-মৰ্য্যাদাক। সকলো পৰ্বতৰ শীৰ্ষত থকা মহাদেৱৰ চৰণ-ন্যাসৰ নিচিনা শিৰোমণি আৰু শিৱ-উপাসক মৌখাৰি বংশৰ কথা সকলোৱে জানে। সেই বংশৰে তিলক অৱন্তিবৰ্মাৰ বৰপুত্ৰ গ্ৰহবৰ্মা গুণত তেওঁৰে পিতৃৰ সমান। তেওঁৰ লগত ৰাজ্যশ্ৰীৰ বিয়াৰ কাৰণে প্ৰস্তাৱো আহিছে। তুমি সন্মত হ'লে ৰাজ্যশ্ৰীৰ বিয়া তেওঁৰ লগতে পাতিব খোজো।"

স্বামীৰ কথাত ৰাণীয়েও সন্মতি জ্ঞাপন কৰিলে।

ৰাজ্যশ্ৰীৰ বিবাহৰ আয়োজন হ'ল, গোটেই ৰাজপ্ৰাসাদ পৱিত্ৰতাৰে মংগলময় হৈ পৰিল। দেশৰ সকলো শিল্পীক আহিবলৈ আদেশ দিয়া হ'ল, গাওঁৰ পৰা বস্তুবোৰ আহিবলৈ ধৰিলে, মানুহবোৰ ব্যস্ত হৈ পৰিল × × × সোণাৰীবোৰ ব্যস্ত হৈ পৰিল গহণা তৈয়াৰ কৰাত। নতুন নতুন ঘৰো নিৰ্মিত হব ধৰিছে, চিত্ৰকৰসকলে মাংগলিক চিত্ৰ আঁকিবলৈ ধৰিলে, মাটিৰ মূৰ্তি কৰোঁতাসকলে মাছ, কাছ, মকৰ, নাৰিকল, তামোলৰ গছ আদি তৈয়াৰ কৰিবলৈ ধৰিলে।

সুসজ্জিতা হৈ সামন্তৰাজসকলৰ পত্নীসকল আহি গোট খালেহি,

তেওঁলোকে বৰ আৰু কইনাক মাজত ৰাখি শ্ৰুতি-মধুৰ গীত গাবলৈ ধৰিলে × × × কিছুমানে যোৰ বান্ধি থকা কপাহৰ পল্লৱ আৰু বিয়াত হাতত বান্ধিবলৈ ছাগলীৰ নোম আনি ৰঙা বোলোৰে ৰঞ্জিত কৰিবলৈ ধৰিলে। কোনো কোনোৱে মালা গাঠিছে লবংগ (লং) আনি আৰু সেই মালাত মাজে মাজে গাঠি দিছে কক্কোল (এবিধ মচলা) আৰু জাইফল। ইন্দ্ৰধনুৰ ৰঙেৰে যেন ৰঞ্জিত হৈছে বিবাহ-স্থলী। ৰাণী যশোমতীয়ে অতি ব্যস্ততাৰে সকলোপিনে চকু দিছে আৰু কেতিয়াবা কেতিয়াবা নিজৰ দুই পুত্ৰক লগত লৈ নিজেই কিবাকিবি কামো কৰিছে।

ইয়াৰ পিছত ৰাজভৱন হৈ পৰিল ৰমণীয়, মংগলময়। সকলো আয়োজন সম্পূৰ্ণ কৰি মাংগলিক বাদ্যধ্বনিৰে অভ্যাগতক আদৰণী জনাবৰ কাৰণে সাজু হৈ আছে। এজন দুৱৰী আহি ৰজাক বতৰা দিলে যে দৰাঘৰৰ পৰা আহিছে পাৰিজাতক নামৰ তামুলী (তামোল লৈ অহা মানুহ)। ৰজাই তেওঁক আদৰি লৈ গল। সন্মান জনাই ক'লে, "ৰাতিৰ প্ৰথম প্ৰহৰতে বিবাহৰ লগ্ন; লগ্ন যেন পাৰ নহয় তালৈকে লক্ষ্য ৰাখে যেন।" এইবুলি কৈ তেওঁক বিদায় দিলে।

বিয়াৰ দিনা লক্ষ্মীৰ চৰণৰ দৰে সূৰ্য্য ৰঙা হৈ উঠিল। বৰযাত্ৰী আহি আছে। পথৰ ধূলিয়ে চাৰিওফাল ধুৰঁলি-কুৰঁলি কৰিছে, আকাশৰ পৰা ওলাইছে জ্যোতিষীৰ নিচিনা তৰা—যেন বিয়াৰ লগ্নহে স্থিৰ কৰি দিছে।

সন্ধিয়া হ'ল; কইনা ৰাজ্যশ্ৰীৰ মুখত পৰিলগৈ জোনাকৰ লাৱণ্য। দৰাৰ আগে আগে আহিছে হাতে হাতে চোঁৱৰ ধৰি পদাতিকসকল। অনুৰাগেৰে ৰঞ্জিত দৰাৰ কাষে কাষে আহি থকা ঘোঁৰাৰ মুখৰ চিঁহিয়নিৰ উত্তৰত যেন প্ৰতিপক্ষই স্বাগত সম্ভাষণ জনাইছে। সুসজ্জিত হাতীবোৰৰ ডিঙিৰ টিলিঙাবোৰ বাজি উঠিছে টং টং কৰি। নক্ষত্ৰৰ দৰে উজ্জ্বল মালাৰে সুসজ্জিত এটি হস্তিনীৰ ওপৰত বহি আহিছে দৰা; কাষে কাষে ডাঙৰ ডাঙৰ প্ৰদীপ— যেন প্ৰদীপৰ দীঘলীয়া মালা।

প্ৰাসাদৰ দুৱাৰমুখত দৰা আহি উপস্থিত হ'ল। হস্তিনীৰ পিঠিৰ পৰা গ্ৰহবৰ্মা নামিল আৰু ৰজাক সেৱা কৰিলে। ৰজাইও আলিংগন

"কুৰংগৰত, এয়ে মোৰ শেষ আলিংগন।

"হে বান্ধৱীসকল, বহুদিন তোমালোকৰ লগত মৰমৰ কাজিয়া কৰিছোঁ, মোক তোমালোকে ক্ষমা কৰা।"....

ৰাজকুমাৰ হৰ্ষই এই সকলোবোৰ বিননি শুনিবলৈ পালে।

তেওঁ ভিতৰলৈ সোমাব খুজিয়েই দেখিলে মাকে ভিতৰৰ পৰা ওলাই আহিছে। আহিয়েই ব্ৰাহ্মণসকলক দান-দক্ষিণা দিবলৈ ধৰিলে। পতিৰ লগত মৰণক সাৰথি লোৱা সময়ৰ উপযোগী বসন পৰিধান কৰিছে—সতী সীতাৰ দৰেই তেওঁ উদ্যত হৈছে একে জুইতে দাহ যাবলৈ। অংগত তেওঁ ধাৰণ কৰিছে ৰঙা ৰঙৰ পাটৰ কাপোৰ, নাৰীৰ সৌভাগ্যচিহ্ন ৰঙা ৰঙৰ মংগলসূত্ৰ ধাৰণ কৰিছে কণ্ঠত। কাণত তীব্ৰ বেগে দুলিছে তেওঁৰ কুণ্ডল। ডিঙিত ওলমিছে সূতাৰে গঠা এধাৰ ফুলৰ মালা, মালাধাৰী ভৰিলৈকে ওলোমা।

ৰাণীয়ে স্বামীৰ ভৰিত পৰি সেৱা কৰিলে। তাৰ পিছত হুৰাও-ৰাৱে কান্দিবলৈ ধৰিলে। ৰাজপ্ৰাসাদতো উঠিছিল কান্দোনৰ ৰোল।

সহ-মৰণৰ কাৰণে ৰাণীক ধাত্ৰীসকলে সজাই তুলিলে। ল'ৰা-বুঢ়া-ডেকাসকলো আহিছে, উচ্চ-বংশৰ যুৱকসকলে পেলাইছে দীৰ্ঘশ্বাস। ৰাণীয়ে তেওঁৰ প্ৰিয় কুকুৰবোৰলৈ চাই চাই চকুলো টুকিছে, তিৰোতা-সকলক কৰিছে প্ৰণাম, ছবিত থকা পুতলাবোৰৰ পৰাও বিদায় মাগিছে আৰু মাগিছে ঘৰৰ পশু-পক্ষী আৰু গছ-গছনিবোৰৰ পৰা।

হৰ্ষই সজল চকুৰে মাকক মাতি ক'লে, "আই, মই ভাগ্যহীন, তুমি আমাক ত্যাগ কৰিবলৈ ওলাইছা।" মাকক ভৰিত ধৰি তেওঁ সেৱা কৰিলে। মাকৰ ভৰিৰ নুপুৰৰ মণিৰ কিৰণে চুম্বন কৰিলে হৰ্ষৰ শিৰত। ৰসাতলত প্ৰৱেশ কৰিছে যেন মোহময়ী নিবিড় আন্ধাৰ।

ব্যথিতা ৰাজৰাণীৰ অশ্ৰুজলৰ প্ৰৱাহে দুগাল প্লাৱিত কৰিলে। চাদৰৰ আঁচলেৰে ঢাকি দিলে মুখখন। নিজৰ ভাগ্যক নিন্দা কৰি তেওঁ ক'লে, "মই দুখিনী নাৰীৰ আৰু কোনো নাই।" যমৰাজক নিন্দা কৰি ক'লে, "হেৰ নিষ্ঠুৰ, মোক লুট কৰি নিলি।" তাৰ পিছত আকৌ কান্দিবলৈ ধৰিলে।

এজনী কুঁজী দাসীয়ে ৰাজহাঁহৰ আকৃতিৰ এটি ৰূপৰ পাত্ৰত

পানী আনি দিলে। ৰাণীয়ে সেই পানীৰে চকু-মুখ ধুলে, এজন কলা-বোবা মানুহে আনি দিলে এখন গামোছা, সেইখন লৈ তেওঁ হাত-মুখ মচিলে। তাৰ পিছত সকলোকে সম্বোধি ক'লে, "মই বীৰৰ কন্যা, বীৰৰ পত্নী আৰু মাতৃ বীৰৰ। মোৰ নিচিনা শৌৰ্য্য নাৰী আৰু কোন হব পাৰে? বিধৱা নৌহওঁতেই মই মৰিব খুজিছো— পতিহীনা হৈ মই ব্যৰ্থ হব নোখোজোঁ। তেওঁৰ স্বৰ্গাৰোহনৰ আগে আগে গলে সুৰাংগনাসকলেও সন্মান কৰিব। চকুৰ সন্মুখত দেখা দুখৰ জুইত মই দগ্ধ এতিয়া জুইয়ে মোক কি দগ্ধ কৰিব? ভৌতিক অগ্নিত পাম মই শীতলতা...... ...।"

তেওঁ পুত্ৰেকৰ ভৰিত সাৱতি ধৰিলে। আচাৰত হৈ কুমাৰ হৰ্ষবৰ্ধণে ভৰিকে পিছুৱাই গৈ মাকৰ মূৰটো ওপৰলৈ তুলি দিলে।

ৰাণীয়ে পুত্ৰেকক আলিংগন কৰি অন্তঃপুৰৰ পৰা ওলাল আৰু নগৰবাসীৰ আৰ্তনাদ আৰু কোলাহল ঠেলি সৰস্বতী নদীৰ পাৰ পালেগৈ আৰু তাত ইতিমধ্যে সাজু কৰি ৰখা জুইৰ মণ্ডপত ভগৱান অগ্নিদেৱক সেৱা কৰি সোমাই গল। অমাৱস্যা তিথিত চন্দ্ৰৰ কণা এটি যেন সোমাই পৰিল সূৰ্য্যৰ কোলাত।

মাকৰ মৃত্যুত শোকাকুল হৈ হৰ্ষবৰ্ধন গল পিতাকৰ ওচৰলৈ। তালৈ গৈ দেখিলে পিতাক মৃতপ্ৰায়। ঘূৰ্ণীয়মান তৰামণ্ডলৰ নিচিনাকৈ তেওঁৰ চকুৰ তৰা ঘূৰিব লাগিছে। শোকত হৰ্ষ ধৈৰ্য্যচ্যুত হৈ পৰিল আৰু দুহাতেৰে পিতাকক সাৱতি আলিংগন কৰিবলৈ ধৰিলে। তেওঁৰ বুকুৰ উত্তাপে পিতাকৰ মুখচন্দ্ৰ যেন গলাই পেলাইছে, চকুৰ সৌন্দৰ্য্য যেন হব ধৰিছে বিলীন। তেওঁৰ অশ্ৰুপ্ৰবাহে বুৰাই পেলালে পিতৃৰ দেহ।

তাৰ পিছত তেওঁ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। ৰজাই আৰু নাচালে— তেওঁৰ চকু মুদা। সেহাই সেহাই ক'লে, "বাচা, তুমি অধীৰ নহবা, তুমি অধীৰ হলে মুগুৱায়। তুমি কুলৰ প্ৰদীপ। পুৰুষ সিংহ, এইখন পৃথিৱী তোমাৰ, তুমি ৰাজলক্ষ্মীক গ্ৰহণ কৰা— প্ৰজাক পালন কৰা, শত্ৰুক নিপাত কৰা...... ...।" কথাবোৰ কৈ কৈয়েই ৰজাই চিৰ নিদ্ৰাত আশ্ৰয় ল'লে।

প্ৰভাকৰবৰ্ধনৰ মৃত্যুত শোকাভিভূত যেন হৈ সূৰ্য্যই বৈৰাগ্য ধাৰণ কৰি পৰ্বতৰ কন্দৰত সোমালগৈ। সকলোৰে শোকৰ তপ্ত নিশ্বাসত দগ্ধ হৈ দিনটোৱে যেন ধাৰণ কৰিলে নীলবৰ্ণ। স্বৰ্গলৈ আৰোহণ কৰা প্ৰভাকৰবৰ্ধনক স্বাগত জনাবলৈ যেন দেৱৰাজ ইন্দ্ৰৰ ছাতিৰ নিচিনাকৈ পূৰ্বদিশত উদয় হ'ল চন্দ্ৰ। এনেসময়তে পুৰোহিতক আগত লৈ নৃপতিসকলে নগৰবাসীসকলৰ লগত শিবি-ৰজা যেন প্ৰভাকৰ বৰ্ধনক কান্ধত তুলি লৈ গল আৰু সৰস্বতী নদীৰ পাৰত ৰাজোচিত সন্মান প্ৰদৰ্শন কৰি অগ্নি-সংস্কাৰ কৰিলে।

হতাশ জৰ্জৰিত হ'ল হৰ্ষ। তেওঁৰ যেন আনন্দৰ আৰু পথ নাই, জীৱন-যাত্ৰা যেন হ'ল অনাৱশ্যক। প্ৰজা পালনতকৈ সন্ন্যাস গ্ৰহণ ভাল যেন লাগিল: ৰাজলক্ষ্মী আশ্ৰমত বাস কৰক, ভোগ-বিলাসিতাই বল্কল ধাৰণ কৰক; তেজস্বিতা আৰু নালাগে—ই বনত তপস্যা কৰকগৈ × × ×

সকলোতে শোক বিৰাজমান— প্ৰভাতৰ অৰুণৰ কিৰণেও যেন সন্ন্যাসব্ৰত পালন কৰিছে। এনে অৱস্থাৰ মাজতে ৰাজভৱনৰ পৰা ওলাই আহিল হৰ্ষ। তেওঁ সৰস্বতী নদীৰ পাৰলৈ গল আৰু তাতে গা ধুই পিতাকক উদ্দেশ্য কৰি পানীৰ অঞ্জলি দিলে। তাৰ পিছত খোজ কাঢ়িয়েই আহিল ৰাজপ্ৰাসাদলৈ। শোকত তেওঁ বিহ্বল হ'ল: তেওঁৰ ধাৰণা হ'ল যেন: ধন-দৌলত অভিশাপ ভোগ-বিলাস সাপ, দেহাৰ কলংক। ভোজনেই বিষ আৰু বিষেই ভোজন........।

শোকাৰ্ত আৰু বৈৰাগ্য অৱস্থা দেখি হৰ্ষক বেৰি ধৰিলেহি ৰাজন্যবৰ্গই আৰু আহিল মুনিসকল, ব্ৰহ্মবাদীসকল, সন্তাপ বিনাশনত নিপুণ পৌৰাণিকসকল।

বহুধৰণৰ প্ৰবোধ-বাক্য আৰু অনুনয়-বিনয়ৰ পিছত তেওঁ অলপ স্বাভাৱিক হ'ল আৰু প্ৰাৰ্থনা, আহাৰাদি গ্ৰহণত প্ৰবৃত্ত হ'ল। তেওঁৰ সঘনাই মনত পৰিবলৈ ধৰিলে ককায়েক ৰাজ্যবৰ্ধনলৈ। পিতাকৰ মৃত্যুৰ বতৰা পাই তেওঁ কিজানি কান্দি কান্দি বল্কল ধাৰণ কৰিব। অথবা সেইজনা পুৰুষ সিংহই কোনো গিৰি-গহ্বৰলৈ সোমাইও যাব পাৰে। তেওঁ যেন নিজৰ চকুৰ পানীৰে পৃথিৱীখনৰ ৰূপ অন্যধৰণে

দেখা নাপায়, তেওঁ যেন জীৱনৰ দুখৰ প্ৰথম আঘাতত অভিভূত হৈ আত্ম-তত্ত্ব চিন্তাত বিমগ্ন হবলৈ নাযায়। অনিত্য সংসাৰৰ প্ৰতি বিৰাগ হৈ যাব পৰা অন্য লোকৰ নিচিনাকৈ সেইজন পুৰুষ-শ্ৰেষ্ঠই যদি সমাগতা ৰাজলক্ষ্মীৰ প্ৰতি বিমুখ হৈ যায় তেনেহলে? যদি দুঃখৰ দাবানলত দগ্ধ হৈ পানীত ডুবি যায় তেনেহলে? আৰু ইয়ালৈ উভতি আহি ৰজাসকলৰ অনুৰোধ স্বত্বেও সিংহাসনৰ প্ৰতি বিমুখ হয় তেনেহলে······· ?

এনে ধৰণৰ বহুত চিন্তাই হৰ্ষক জুমুৰি দি ধৰিলে; তেওঁ ককায়েক ৰাজ্যবৰ্ধনক এবাৰ চাবৰ কাৰণে উৎকণ্ঠিত হৈ পৰিল আৰু তেওঁৰ আগমনৰ কাৰণে অধীৰ অপেক্ষাত কাল নিৰ্বাহ কৰিবলৈ ধৰিলে।

---

পিছদিনা দুপৰীয়া হৰ্ষবৰ্ধন ৰাজধানীত উপনীত হ'ল। দেখিলে চাৰিওফালে নিমাওমাও, কতো নাই গীত-বাদ্য, কতো নাই জয়ধ্বনি, নাই আনন্দোৎসৱ। চাৰণসকলৰ স্তুতিগীত বন্ধ আছিল, দোকান পোহাৰ আছিল বন্ধ। ৰাজধানীখন যেন জালেৰে বান্ধি পেলাইছে যমৰাজে। যমৰাজৰ ম'হক অলংকৃত কৰি থকা কাউৰীৰ কৰ্কশ শব্দ-ধ্বনিয়ে যেন মাতি আনিছে অমংগল × × × ৰাজধানীখন ছুষিত হৈছে যেন শ্মশানৰ ধূলিৰে, চাৰিওফাল যেন ঘেৰি ৰাখিছে অমংগলে, বিধ্বস্ত হৈছে যেন ৰাক্ষসৰ দ্বাৰা ......। কৰবাৰ পৰা ভাহি আহিল এটি শ্লোক— যাৰ অৰ্থ হ'ল: "হাজাৰ হাজাৰ পিতা-মাতা আৰু শ-শ পত্নী পুত্ৰ এই জগতলৈ আহিছে আৰু গৈছে। তেওঁলোক কাৰ, আৰু তুমিয়েই বা কাৰ? (*) শ্লোক শুনি হৰ্ষৰ বিদীৰ্ণ হৈ গল হৃদয়, মুখ হ'ল বিবৰ্ণ।

দুৱৰীয়ে ৰাজদ্বাৰত হৰ্ষক প্ৰণাম কৰিলে। তেওঁ ভিতৰলৈ সোমাই দেখিলে তাত কুলদেৱতাৰ পূজা হৈছে, আহুতিৰ কাৰণে ঘিউ, গাখীৰ, যৱ আদিৰে সাজু হৈছে, মহামায়ূৰী (বৌদ্ধমন্ত্ৰ) পাঠ হৈ আছে, ভূত-প্ৰেতৰ পৰা সাৰিবলৈ বলি দিয়া হৈছে, ব্ৰাহ্মণসকলে ঋক্-আদি বেদ পঢ়িছে ........ ।

হৰ্ষই পিতাকক দেখিলে। ভিতৰৰ দুৱাৰ বন্ধ, দুৱাৰ খুলিলে বা খোজ কাঢ়িলে যেন কোনো শব্দ হ'ব নোৱাৰে তাৰ বাবে সতৰ্ক দৃষ্টি, বাহিৰৰ বতাহ যেন সোমাব নোৱাৰে তাৰ বাবে সেৱক-সেৱিকা সকলে চকু ৰাখিছে। ৰোগীৰ কোঠাত মাত্ৰ তেওঁৰ কেইজনমান বিশ্বস্ত বন্ধু, তেওঁলোক অৱসাদগ্ৰস্ত। ৰোগৰ উপশম নোহোৱাত বৈদ্যসকল যেন লজ্জিত হৈ আছে।

× × ৰবাফেৰে ঘেৰি ৰখা কলহত অলপ পানী মিহলাই ঘোল চেঁচা কৰি ৰখা হৈছে, বগা কাপোৰ ভিজাই তাতে কৰ্পূৰ-গুড়ি দি

---

(*) মাতাপিতৃসহস্ৰানি পুত্ৰদাৰশতানি চ।
যুগে যুগে ব্যতীতানি কস্য তে কস্য বা ভৱান্ ।। ৩

চকু শীতল কৰি ৰখা হৈছে, ভিজা আৰু কোমল পদুম পাতেৰে মৃণালবোৰ ঢাকি ৰখা হৈছে, সৰু সৰু ফুটা কৰি টোপটোপকৈ পানী পৰিবৰ বাবে কলহত ফুটা কৰি পৰিবৃত্ত কৰা হৈছে শৈৱল (বিৰিণা জাতীয় বন) বনেৰে, স্ফটিকৰ পাত্ৰত ৰখা আছে আখৈ-গুড়ি আৰু বগা শৰ্কৰা (চেনি অথবা মিঠৈ), ঔষধৰ ৰস দি যথেষ্ট পৰিমাণৰ শুক্তি আৰু শংখ জমা কৰি থোৱা আছে, পুৰণি আমলখি, 'মাতুলংগক', আঙুৰ, ডালিম, বেদনা আদি ফল সাঁচি থোৱা আছে। ব্ৰাহ্মণ-সকলে ছটিয়াই আছে শান্তিজল, মহাৰাজৰ কপালত লেপ দিবৰ বাবে পৰিচাৰিকাসকলে ঔষধ বটি আছে। সেইটো কোঠাতে শুই মহাৰাজ প্ৰভাকৰবৰ্ধনে জ্বৰতে চট্‌ফটাই আছে আৰু তেওঁৰ গাত মৃত্যু-চিহ্ন —সেইবোৰ যেন যমক আহ্বান কৰা আখৰৰ শাৰী। পিতাকৰ পৰি-চাৰকসকলে অশ্ৰুপূৰ্ণ চকুৰে চাইছে হৰ্ষলৈ। সেইসময়ত বিবিধ ঔষধীৰ দ্ৰব্যৰ গোন্ধ বিয়পিছে বাহিৰলৈ।

পুত্ৰ হৰ্ষবৰ্ধনে ওচৰ চাপি দেখা পালে পিতাকৰ মৃত্যু সন্নিকট—এক চিৰনিদ্ৰাৰ দুৱাৰত মহাযাত্ৰাৰ কাৰণে বৈ আছে তেওঁ। তেওঁ কথা কব পৰা নাই, শৰীৰ অৱশ, চিত্ত কম্পিত, ভ্ৰূ বলকি আছে, ঘনকৈ লৈছে উশাহ। ৰজাৰ কাষতে বহি আছে ৰাণী যশোমতী, কান্দি কান্দি চকু উখহি গৈছে, বাৰে বাৰে ৰোগীৰ গাত আৰু মূৰত হাত দি মাতিছে—"আৰ্য্যপুত্ৰ, টোপনি আহিছে...... ?"

এনেহেন অৱস্থাত পিতাকক প্ৰথমবাৰ দেখা পাইছে ৰাজকুমাৰ হৰ্ষই। তেওঁ কিংকৰ্তব্য বিমূঢ় হ'ল, হিয়াত যেন জ্বলিছে অগনি। আনফালে মৃত্যুমুখী পিতৃয়ে কিবা চেনেহত আকৃষ্ট হৈ এবাৰ পুতেকক ওচৰলৈ মাতি ক'লে, "আহা—আহা।" হৰ্ষই তেওঁ কাষলৈ যোৱাৰ লগে লগে পিতাকে বুকুৰ মাজত সাৱতি ধৰিলে আৰু কপালত কপাল লগাই বহু সময় ধৰি পুতেকক আলিংগন কৰি থাকিল। তাৰ পিছত শেহাই শেহাই ক'লে, "তুমি বৰকৈ খীণাই গলা।" কিছুপৰ বৈ আকৌ ক'লে, "মোৰ সকলো সুখ, ৰাজ্য, কুল, প্ৰাণ আদি তোমাতেই আছে, প্ৰজাসকলেও মোৰ দৰে তোমাকেই ভাল পায়, তুমি বহুজন্মৰ পুণ্যৰফল। মোৰ আৰু বাচি থাকিবৰ ইচ্ছা নাই...... ।"

হৰ্ষই পিতাক ভাল হৈ উঠাৰ আশা ত্যাগ কৰিলে। প্ৰজাসকলো শোকাৰ্ত। সকলোৰে অশ্ৰুসিক্ত চকু—নাকৰ আগত। তেওঁলোকৰ নিশ্বাস বতাহে যেন উৰুৱাই লৈ গৈছে, সকলোফালে বিৰাজ কৰিছে নিঃসাৰ বতাহ, আমোদ-প্ৰমোদ যেন অতীতৰ স্মৃতি, শোকানল কামদেৱ দগ্ধ হ'ল যেন দ্বিতীয়বাৰৰ বাবে।

পিছদিনা ৰাজপ্ৰাসাদৰ পৰা বেলা নামৰ ছোৱালীজনী দৌৰি আহিল। তাই মহাৰাণী যশোমতীৰ প্ৰতিহাৰীণি। শৰীৰৰ গতিবেগত তাইৰ গাৰ অলংকাৰবোৰত ঝনঝননি উঠিছিল তাই আহিছিল কান্দি কান্দি; যেন অশ্ৰুধাৰাৰে তাই স্নান কৰিছে। শোকতে তাই অস্থিৰা হৈ হৈছিল, দুখৰ জ্বালাত যেন দগ্ধ হৈছে দিন।

মুখৰ নিশ্বাসত সৰ্পিনীয়ে অতি মনোহাৰিত্বসম্পন্ন সাপৰ ছাল টানি নিয়াৰ নিচিনাকৈ সেই প্ৰতিহাৰী বেলাইও তাইৰ নিশ্বাসৰ বায়ুত উঠা তৰংগেৰে ৰেচমী চাদৰখন টানি টানি সঠিক ঠাইলৈ আনি দিছিল তাইৰ কান্ধ দুখন আছিল নমিত হৈ, তাইৰ ওপৰলৈ এলেমি পৰা ক'লা চুলিতো উঠিছিল চঞ্চলতা। চুলি আছিল খোলা, সেই চুলিয়ে তাইৰ স্তন দুটিক আবৰি পেলাইছিল। মনৰ দুখতে তাই দুই স্তনৰ ওপৰত হাতেৰে চপৰিয়াই চপৰিয়াই হাত দুখনকো ফুলাই পেলাইছিল, ফুলা হাতত তপত চকুলো লাগি যেন দহি গৈছিল।

তাইৰ কাষত থকা মানুহবোৰৰ প্ৰতিবিম্ব পৰিছিল তাইৰ গালত —যেন কাষত থকা সকলকো তাই গা ধুৱাই দিছিল চকুৰ পানীৰে, তপ্ত চকুৰ তাপত যেন পুৰি যাব লাগিছে দিনটো। তেনে অৱস্থাৰে তাই দৌৰি আহিছে আৰু মানুহবোৰক প্ৰশ্ন কৰিছে 'ৰাজকুমাৰ ক'ত, —ৰাজকুমাৰ ক'ত?"

তাৰ পিছত হৰ্ষৰ ওচৰলৈ আহি ক'লে, "কুমাৰ ৰক্ষা কৰক —ৰক্ষা কৰক।" তাই আকৌ ক'লে, 'মহাৰাজ জীৱিত থাকোঁতেই মহাৰাণীয়ে মৃত্যুৰ আয়োজন কৰিছে।' কথা শুনি ৰাজকুমাৰ অধৈৰ্য্য হ'ল। যেন যুৱক হৰ্ষৰ সংজ্ঞা হৰিল। তেওঁ অন্তঃপুৰলৈ গল।

দুঃখবিগলিত হৃদয় হৰ্ষৰ। তেওঁৰ যেন চিন্তা শক্তি দুৰ্বল হৈ গৈছে। আতংকত তেওঁৰ সংজ্ঞা বিলুপ্ত হোৱা যেন অনুভূত হ'ল।

অলপ সুস্থিৰ হবলৈ যত্ন কৰিলে। এনে সময়তে ৰাজ-অন্তঃপুৰত ৰাজ-মহিষীসকলে নিজৰ ভিতৰতে কোৱা-কুই কৰি থকা কিছুমান কথা হৰ্ষৰ কাণত পৰিল :

"বাছা সুং, তোৰ নাৰ প্ৰৱাসলৈ গল ; এতিয়া তই নিজৰ কথা ভাব।"

"হেৰ' ভনী দাড়িম্বলতা, মই নথকাত তই অনাথিনী হবি।"

"হেৰ' ৰক্তাশোক, সদায়েই তোক মই লঠিয়াই থাকোঁ, তোৰ পল্লৱ (কোমল আগ) ছিঙি গল—তই মোক ক্ষমা কৰ।"

"বাছা অন্তঃপুৰৰ সৰু বকুল, তই মদিৰাৰ ৰাগীত পুত্ৰক বেয়া বাৱহাৰ কৃৰিছিলি, এতিয়া শেষবাৰলৈ চাই ল।

হেৰা প্ৰিয়ংগুলিকা, তুমি মোক ভালকৈ সাৱাত ধৰা মই দুৰ্লভ হৈ যাম ; শেষবাৰৰ কাৰণে মোক তুমি আলিংগন কৰা।"

হে ভদ্ৰ, হে সহকাৰী ভৱন-তুৰৰী, তোমাক মই নিজৰ সন্তান বুলি ভাবো মোক উদ্দেশ্য কৰি শ্ৰাদ্ধ-পিণ্ডাদিৰে তৰ্পণ কৰা।"

"অ'ই ভাটৌ চৰাই, তই পিজঁৰাতে থাকিলি—তই যেন মোক নাপাহৰ। কি কলি? তোক এৰি আজি মই আঁতৰি যাম।"

"শালিকীজনী ঐ, আমাৰ পুনৰ মিলন হব সপোনতহে।"

"আই মইনাজনী, ময়ুৰজনীক মই এতিয়া কাৰ হাতত দি যাওঁ?"

"আই, এইহাল ৰাজহাঁহক তুমি নিজৰ সন্তানৰ দৰে চাবা।"

"প্ৰাণৰ হৰিণীজনী, তই এতিয়া উভতি যা (বনলৈ)।

"হে কঞ্চুকী, মৰমৰ বীণাখন আন, শেষবাৰলৈ আলিংগন কৰি লওঁ"।

"অ' বিন্দুমতী, এয়া তোমালৈ মোৰ শেষ বন্দনা।"

"মোৰ ধাত্ৰীৰ কন্যা, মোৰ ভৰিত সাৱতি ধৰিছা কিয়? ধৈৰ্য্য ধৰ।"

"ভনীজনী, তোৰ লগত আৰু মোৰ দেখাদেখি নহব।"

"কষ্ট, মোৰ মৰমৰ মলয়ৱতী সখীক মই দেখা নাপালো"

"হেৰা কুৰংগৱতি, মোৰ বিদায়ৰ অঞ্জলি গ্ৰহণ কৰা"

"সানুমতি, তোমালৈ মোৰ এইয়ে শেষৰ প্ৰণাম।"

কৰিলে দুহাতেৰে সাৱতি ধৰি— সেয়া যেন মদনদেৱক বসন্তকালৰ আলিংগন। তাৰ পিছত তেওঁক ৰজাই লৈ গ'ল অন্তঃপুৰলৈ।

জ্যোতিষীসকলে আহি ৰজাক জনালে, "মহাৰাজ, বিয়াৰ লগ্নৰ সময় হৈছে; বৰ এতিয়া যৌতুক-গৃহলৈ (বিৱাহ-স্থলীলৈ) যাব লাগে।" সেইমতে ৰজাই অনুৰোধ কৰাত গ্ৰহবৰ্মাই অন্তঃপুৰলৈ গৈ যৌতুক গৃহত প্ৰৱেশ কৰিলে। তাত তেওঁ দেখা পালে ৰাজ্যশ্ৰীক। প্ৰভাত-কালৰ সৌন্দৰ্য্যৰ সমান ৰঙা ৰঙৰ অংশুকৰ ঘাগ্ৰাৰ প্ৰভাই সকলো প্ৰদীপৰ পোহৰকো ম্লান কৰিছে কইনাই। প্ৰৱেশ কৰাৰ লগে লগে ৰাজ্যশ্ৰীয়ে দিয়া হৃদয়খন চুৰি কৰি নিলে গ্ৰহবৰ্মাৰ; কইনাৰ হাতত ধৰি তেওঁ বেদীৰ ওচৰলৈ গল—এয়া যেন হৰ-পাৰ্বতীৰ বিয়ালৈ যোৱা পৰ্বতবোৰে আগুৰি থকা হিমালয়ৰ তুষাৰ।

বেদী সজ্জিত আছিল চিত্ৰ-বিচিত্ৰ সিংহৰ মুখৰ আকৃতিৰ পঞ্চ-মুখী কলহ আৰু সৰু সৰু মাটিৰ পুতলাৰে। অগ্নিৰে হোম প্ৰজ্বলিত কৰিবলৈ সাজু হৈ আছিল পুৰোহিতসকল। ওচৰতে ৰখা আছিল শিলা, হৰিণাৰ ছাল, ঘিউ, খৰি; আৰু নতুন কুলাত ৰখা আছিল আখৈ।

দৰা-কইনা বেদীত বহিল। অগ্নিত আহুতি দি বৰ-কইনাই অগ্নিক প্ৰদক্ষিণ কৰিলে। এনে সময়ত কইনা ৰাজ্যশ্ৰীৰ নিৰ্মল গাল দুখনত পৰিছিল অগ্নিৰ প্ৰতিবিম্ব। কইনাই কান্দি আছিল; তেওঁৰ বান্ধৱী আৰু অন্যান্য মহিলাসকলৰ চকুৰেও বৈছিল চকুলো।

বিয়াৰ সকলো কাম সম্পন্ন হ'ল। শহুৰেক-শাহুৱেকক সেৱা কৰিলে দৰাই।

তাৰ পিছত বাসগৃহত প্ৰৱেশ কৰিলে তেওঁলোকে। দুৱাৰ-দলিতে আঁকা আছিল প্ৰেমৰ অধিষ্ঠাত্ৰী দেৱতা ৰতিৰ চিত্ৰ। ভিতৰত জ্বলি আছে প্ৰদীপ।

কোঠালীত সু-সজ্জিত পালেং, সোণৰ পিকদানী.......। পালেঙৰ ফালে থৈ দিয়া আছে ৰূপৰ কলহত পদুম ফুল। শোৱনী কোঠা

দেখি এনে ভাব হয় যেন কামদেৱৰ সহায় লৈ স্বয়ং চন্দ্ৰদেৱ আহি তাত উপস্থিত হৈছে।

নতুন কইনা ৰাজ্যশ্ৰী শুইছিল লাজ কৰি দৰাৰ বিপৰীত ফালে মুখ কৰি, দাপোণত প্ৰতিবিম্বিত হৈছিল তেওঁৰ মুখ—এই প্ৰতিবিম্বই যেন দৰা-কইনাৰ নতুন সংলাপ শুনাৰ আগ্ৰহ কৰি ৰৈ আছে।

এনেদৰেই বাগৰি গ'ল ৰাতিটো। তাৰ পিছত গ্ৰহবৰ্মাই শহুৰেকৰ ঘৰত থকা সময়চোৱাত নিজৰ আচৰণেৰে শাহুৱেকক ৰাখিলে জোৱাই-প্ৰীতিৰ আনন্দেৰে আপ্লুত কৰি। এনেকৈয়ে অতিবাহিত হ'ল দহোটা দিন আৰু তাৰ পিছত শহুৰেকৰ ঘৰৰ পৰা গ্ৰহবৰ্মাই বিদায় ল'লে। ৰজা আৱেগাভিভূত হৈ পৰিল, প্ৰাণৰ পুতলা কন্যাই ইঘৰ এৰি যাবলৈ ওলাইছে সিঘৰলৈ, আৰু তাৰ পিছত কইনা ৰাজ্যশ্ৰীয়ে বিদায় ল'লে তেওঁৰ স্বামীৰ লগত……।

## পঞ্চম উচ্ছ্বাস

চঞ্চলা বিজুলীয়ে আগতে পোহৰ দি উঠি পিছতে কৰে বজ্রপাত। সেইদৰে নিয়তিয়েও প্রথমতে মানুহক সুখৰ চমকনি দেখুৱাই পিছত ঢালি দিয়ে নিদাৰুণ দুখ ॥ ১ ॥

সহস্র ফনা মেলি পৃথিৱীক ধাৰণ কৰি থকা শেষনাগে (অনন্তদেৱে তেওঁৰ মূৰ সলোৱাৰ সময়ত যেনেকৈ একেলগে বহুত পৰ্বত বগৰাই দিয়ে তেনেকৈ পৰিৱৰ্তনশীল কালচক্রই একেসময়তে বিনা কাৰণতে বহুত মহাপুৰুষক বিধ্বস্ত কৰি পেলায় ॥ ২ ॥

ইয়াৰ পিছত হৰিণা ধৰিবলৈ শিশু-সিংহক ডাঙৰ সিংহই পঠোৱাৰ দৰে হুনসকলক নাশ কৰিবলৈকে ৰজা প্রভাকৰ বৰ্ধনে ৰাজপুত্র ৰাজ্যবৰ্ধনক পঠাই দিলে উত্তৰাপথলৈ। তেওঁৰ লগত দিলে বিপুল সৈন্যবাহিনী।

ৰাজ্যবৰ্ধন উত্তৰ দিশলৈ যোৱাৰ পিছত তেওঁৰ পিছে পিছে হৰ্ষইও অশ্বাৰোহন কৰি গল যদিও কিছুদূৰ গৈ তেওঁ আৰু বেছি অগ্রসৰ নহ'ল। তেওঁ গৈ হিমালয়ৰ উপকণ্ঠত চিকাৰৰ কাৰণে মত্ত হৈ পৰিল। তেওঁ তেতিয়া নৱযুৱক; স্বাভাৱিকতেই তেওঁ শক্তি ৰসেৰে পূৰ্ণ হৈ উঠিছে। তেওঁ বিচিত্রিত দেহকান্তি লৈ বনত বিচৰণ কৰি কৰি আগবাঢ়িল আৰু সিংহ, বাঘ, গাহৰী আদিৰ সংখ্যা দেখি তেওঁৰ হেপাহ চৰি গল। সেই নিচাতে আৱদ্ধ হৈ তেওঁৰ সময়বোৰ পাৰ হবলৈ ধৰিলে।

এনেদৰে হৰ্ষদেৱৰ কিছুদিন গ'ল। তেনে অৱস্থাতে এদিন নিশা চতুৰ্থ প্রহৰত তেওঁ দেখা পালে এটা সপোন। সপোনত তেওঁ দেখিলে —একুৰা প্রকাণ্ড জুই জ্বলিছে; জুইত পুৰি দগ্ধ হৈছে এটা সিংহ, সিংহটোৰ বিৰহত সিংহীনিও আহি জুইত জাপ দি পৰিছে।

হৰ্ষই অনুভৱ কৰিলে যে এই সংসাৰৰ মায়াৰ বন্ধন লোহাৰ বন্ধনতকৈও কঠিন, পশু-পক্ষীৰ ক্ষেত্রতো তাৰ কোনো ব্যতিক্রম নহয়।

সাৰ পাই হৰ্ষই মন কৰিলে যে তেওঁৰ বাওঁচকুটো সঘনাই

লৰিব লাগিছে। এয়া হ'ল কি! এয়া কিহৰ সূচনা! কিবা আশংকাত তেওঁ অধীৰ হৈ পৰিল।

তুপৰীয়া হৰ্ষই পাটিত পৰি জিৰণি লৈছে; কিন্তু টোপনি অহা নাই। এনে সময়তে দেখিলে যে এজন মানুহ সেইফালে দৌৰি আহি আছে। মানুহজনৰ নাম কুৰংগক। কুৰংগক আছিল বাৰ্তাবাহক। সি এখন নীলা বৰণীয়া কাপোৰত মেৰিয়াই এখন চিঠি মূৰৰ ওপৰত তুলি লৈ আহিছে। দূৰ পথ ভ্ৰমণ কৰি অহা মানুহজন ক'লা পৰিছে। দ্ৰুতবেগে উধাতু খাই দৌৰি আহিছে সি। দৌৰৰ গতিত আৰু পিন্ধা কাপোৰত লগা বতাহৰ টোৱে সঞ্চালিত কৰিছে তাৰ গাৰ বস্ত্ৰ বিপৰীতফালে, দীঘলীয়াকৈ শ্বাস টানি টানি দৌৰি আহিছে মানুহজন —যেন ইন্দ্ৰিয়-শূন্য দেহা এটি আহি আছে আগুৱাই। মানুহজন যেন কিবা অশুভ বাৰ্তাৰূপী বজ্ৰ, যেন এটি ক'লা মেঘৰ চপৰা। তাক দেখিয়েই হৰ্ষৰ কিবা আতংকত ভয় লাগি গ'ল, বুকুখন যেন ফাটিব এতিয়া।

ৰজাক প্ৰণাম কৰি কুৰংগকে পত্ৰখন দিলে। হৰ্ষই নিজেই পঢ়িলে পত্ৰখন আৰু তাৰ পিছত সন্তাপিত হৈ সুধিলে, "পিতাৰ কি অসুখ হৈছে?"

সি ক'লে, "মহাৰাজৰ প্ৰবল জ্বৰ।"

কথাখিনি শুনাৰ লগে লগে হৰ্ষৰ অন্তৰ যেন ভাগি গল খণ্ড-বিখণ্ড হৈ। লগে লগেই আচমন কৰিলে আৰু পিতাকৰ দীৰ্ঘায়ু কামনা কৰি অলেখ ধন, ৰত্ন, মণি-মুকুতা ব্ৰাহ্মণসকলক দান কৰিলে। তাৰ পিছত কোনো অন্ন গ্ৰহণ নকৰাকৈয়ে ওচৰত থকা, তৰোৱাল-খন থিয় কৰি ল'লে আৰু থিয় হৈ থকা যুৱকজনক ক'লে, "ঘোঁৰাৰ জীন লগাবলৈ ক'।" সংকেত পাইয়েই সৈন্যসকলে চাৰিওপিনৰ পৰা দৌৰি আহি উপস্থিত হ'ল। তাৰ পিছত পিতাকৰ প্ৰতি চেনেহ আৰু অনুৰাগত বিগলিত হৈ তেওঁ ঘোঁৰাৰ পিঠিত উঠি যাবলৈ আগবাঢ়িল। তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে নৃপতিসকল। কাৰো মাত-বোল নাই। সূৰ্য্য-মণ্ডলৰ ফালে মুখ কৰি কাউৰীবোৰে কৰ্কশ আৱাজ তুলিছে, সেই স্বৰ শুনি হৰ্ষৰ হৃদয় বিচাৰি গৈছে।

## ষষ্ঠ উচ্ছ্বাস

জয়লাভৰ কাৰণে আগ্ৰহান্বিত ৰজাৰ নিচিনাকৈ যমৰাজে পৃথিৱীৰ ঠায়ে ঠায়ে গুপ্ত-দূত পঠিয়াই বিচাৰি বিচাৰি সংগ্ৰহ কৰি আনে বীৰ সৈনিকসকলক ।।১।।

হাতীয়ে গছ ভাঙোঁতে যি শব্দ হয় সেই শব্দত নিদ্ৰাভংগ হোৱা সিংহই খন্তেত হাতীক মাৰি পেলায় ; তেনেদৰে এজনক বিশ্বাসঘাতকতা কৰি হত্যা কৰাৰ অপৰাধত কুপিতজনে গৈ তেওঁকো মাৰি পেলায় ।। ২ ।।

প্ৰেত-পিণ্ড খোৱা ব্ৰাহ্মণসকলে ভোজন কৰিলে। উদ্বেগেৰে ভৰি থকা অশৌচৰ দিনকেইটা পাৰ হ'ল। তাৰ পিছত ৰজাৰ চকুত পৰিলেই অন্তৰ দহি যোৱা বস্তুবোৰ—যেনে পালেং, আসন, চৌৱৰ, ছাতি, বাচন-বৰ্তন আদি বস্তুবোৰ ব্ৰাহ্মণসকলক দান কৰি দিয়া হ'ল। বিভিন্ন তীৰ্থক্ষেত্ৰলৈ লৈ যোৱা হ'ল মৃতকৰ অস্থি। ৰজাক দাহন কৰা চিতাৰ স্থানত চৈত্যচিহ্ন (শ্মশানৰ দেৱতাৰ মন্দিৰ) স্থাপন কৰা হ'ল। কবিসকলে ৰচনা কৰিবলৈ ধৰিলে ৰজাৰ প্ৰতি শোক-তৰ্পনমূলক কৱিতা। মৃত ৰজাই এতিয়া স্থান ল'লেগৈ মানুহৰ অন্তৰত, বাচি থাকিল ছবিত, কাব্য কথাত থাকিল তেওঁৰ নাম।

এদিন হৰ্ষবৰ্ধনে দেখিলে যে তেওঁৰ সম্মুখত গোট খাইছেহি বয়সস্থ আত্মীয়সকল, বিশিষ্ট নাগৰিকসকল আৰু মন্ত্ৰীসকল। তেওঁলোকে মূৰ তল কৰি আছে নীৰৱে। হৰ্ষই ভাবিলে— তেওঁলোকে ককায়েকৰ আগমনৰ বতৰা দিবলৈ আহিছে হব পায়। তাৰে এজনক তেওঁ সুধিলে, "তেওঁ (ৰাজ্যবৰ্ধন) আহিছে নেকি ?

সিজনে ক'লে, "হয়, তেওঁ আহি দুৱাৰত উপস্থিত হৈছে।" হৰ্ষৰ হৃদয়ৰ বিগলিত অশ্ৰুধাৰা নিৰ্গত হ'ল।

অলপ পিছতে হৰ্ষই দেখা পালে ককায়েকক। কেইজনমান ভৃত্যই আগুৰি ধৰি আছিল তেওঁক। তেওঁ আছিল অতি ক্লান্ত ; বহুদিন ধৰি তেওঁ গা ধোৱা নাই, ভোজন কৰা নাই আৰু কৰা নাই শয়ন। ধূলিৰে ধুসৰিত তেওঁৰ সৰ্বাংগ শৰীৰ। চুলি উলি-মুলি

হৈ পৰা মূৰত নাই মুকুট, নাই মালা—যেন ধাৰণ কৰিছে কিবা এটি শোক। হুনসকলক জয় কৰা কালত শত্ৰুপক্ষৰ বাণেৰে ক্ষত-বিক্ষত হোৱা স্থানত বন্ধা আছিল কাপোৰ। এনেহেন অৱস্থা দেখি হৰ্ষৰ চকুলো বাগৰি পৰিল মাটিত……।

ৰাজপুত্ৰ ৰাজ্যবৰ্ধনৰো অন্তৰ ভাগি পৰিছে—সুবিশাল পৰ্বত বিধ্বস্ত হ'লে সিংহ বিহ্বল হোৱাৰ নিচিনাকৈ, নিৰাশ্ৰয় হোৱাৰ নিচিনাকৈ। নন্দন-কাননৰ ছায়াচ্ছত্ৰ হিচাপে থকা কল্পবৃক্ষ ভাঙি গলে যিটো অৱস্থা হয়, তেনেকুৱা অৱস্থা হ'ল ৰাজকুমাৰৰো। তেওঁ যেন হেৰুৱাই পেলাইছে নিজৰ দৃঢ়তা।

ৰাজ্যবৰ্ধনে দূৰৈৰ পৰাই দেখিলে হৰ্ষক আৰু হাত মেলি সাৱতি ধৰিলেহি। তেওঁ হুকহুকাই কান্দিবলৈ ধৰিলে—সেই কান্দোনৰ প্ৰতি-ধ্বনি উঠিল ৰজাৰ প্ৰিয়সকলতো। মেঘে শৰৎ কালত দীৰ্ঘদিন ধৰি একেৰাহে বৰষুণ দিয়াৰ দৰে বহুপৰ ধৰি নিগৰি ওলাই থাকিল তেওঁৰ চকুৰ পৰা চকুলো।

অলপ পিছতে ভৃত্যই আনি দিয়া পানীৰে তেওঁ চকু-মুখ ধুলে আৰু গা ধুবলৈ গল। ভূষণবিহীন আৰু ছেদেলি-ভেদেলি চুলিৰ মূৰটো মছিলে বাৰে বাৰে। তেতিয়াও হৃদয়ত শোকে খুন্দিয়াই আছে, তলৰ ওঁঠ দুটি তেতিয়াও আছে কঁপি। তাৰ পিছত তেওঁ বহিলগৈ প্ৰাসাদৰ চতুঃশালাৰ বেদীৰ চন্দ্ৰতাপৰ তলত আৰু তাতে থাকিল মনে মনে।

ৰাজকুমাৰ হৰ্ষইও গা ধুই উঠি মাটিত পাৰি থোৱা কম্বলৰ ওপৰত নীৰৱে বহিলগৈ। গোটেইখন নগৰৰ মানুহে সিদিনা আহাৰ কৰা নাই, গা ধোৱা নাই— সকলোতে কেৱল করুণ কান্দোনৰ ৰোল।

গোটেই দিনটো পাৰ হৈ গল এনেদৰে। নিস্তেজ হৈ হৈ সূৰুযে এটা সময়ত মাৰ গল পশ্চিম সাগৰত। পদুম পুখুৰীত কমলিনী বোৰে মলিন হৈ মুকুলিত হবলৈ ধৰিলে, দুখতে ভোমোৰাৰ উঠিল গুণগুণনি……।

পিছদিনা ৰাতিপুৱা নৃপতিসকল আহি গোট খালে। ওচৰতে

থকা হৰ্ষবৰ্ধনক ককায়েকে ক'লে, "স্নেহভাজন, তুমি গুণবান আৰু উপযুক্ত। পিতাৰ চিত্তবৃত্তিও আছিল তোমাৰ ওপৰত। তুমি পিতৃ-ধৰ্মও আয়ত্ব কৰিছা। মই এই সংসাৰৰ কথা একো নাজানো·······
সন্তাপত মই হৈছো অধৈৰ্য্য—মোৰ ধৈৰ্য্য বিলীন হৈ গৈছে—ঠিক লা-ৰে সজা বস্তুৰ দৰে। মাতৃদেৱীৰ নিচিনাকৈ মোৰ ধৃতিও (অধ্যৱসায়) গুচি গৈছে পিতৃৰ লগতে। মোৰ ঘৰখন ভস্ম হৈ গৈছে—চৰাইৰ নিচিনা মই ইয়াত থাকিব নোৱাৰোঁ।"

"ত্ৰিভুৱনৰ পালক মান্ধাতাৰ মৃত্যু হ'ল সচা; কিন্তু তেওঁৰ পুত্ৰ পুৰুকুৎসই কি কৰিছিল—তেওঁ জানো ৰাজত্ব গ্ৰহণ কৰা নাছিল? অষ্টাদশ দ্বীপক চকুৰ ভংগীৰে আদেশ কৰি শাসন কৰা দিলীপৰ স্বৰ্গাৰোহন হ'ল; তেতিয়া তেওঁৰ পুত্ৰ ৰঘুৱে কি কৰিলে—তেওঁ ৰাজত্ব গ্ৰহণ কৰা নাছিলনে? দেৱতাৰ ৰথত উপৱিষ্ট ৰজা দশৰথে অসুৰৰ লগত যুদ্ধ কৰিছিল, তেওঁৰ স্বৰ্গাৰোহণৰ পিছত তেওঁৰ পুতেক ৰামে কি কৰিছিল—ৰাজত্ব গ্ৰহণ কৰা নাছিলনে? প্ৰতাপী ৰজা দুষ্মন্তৰ পৰলোকৰ পিছত তেওঁৰ পুত্ৰ ভৰতেইতো ৰাজ্যভাৰ লৈ পুনৰ শাসন চলাইছিল! এইসকলৰ কথা এৰিও এশৰো ওপৰ যজ্ঞানুষ্ঠানৰ ধোঁৱাৰে যিজনাই দেৱৰাজ ইন্দ্ৰৰ তাৰুণ্যক ম্লান কৰি দিছিল সেইজনা পূজনীয় পিতৃ-দেৱতাই জানো ৰাজ্য প্ৰতিপালন কৰা নাছিল? সেইকাৰণেই কৈছো—কাপুৰুষসকল শোকাভিভূত নহয়, শাস্ত্ৰজ্ঞসকলেও তাকেই কৈছে। শোক কেৱল তিৰোতাসকলতহে শোভা পায়। পৰ্বত বিধ্বস্ত হোৱাৰ নিচিনাকৈ প্ৰভাকৰবৰ্ধনৰ মৃত্যুৰ পিছত গোটেইখন অন্ধকাৰে আৱৰি পেলাইছে, মোৰ বুদ্ধিও হৈছে নাশ, বিবেকো পুৰি যাবৰ ভয় হৈছে; মূৰ্চিত হৈছোঁ মই বিষ-কাড়বিদ্ধ হৰিণীৰ দৰে········"

"পিতৃ-আজ্ঞাত ৰজা পুৰুৱে যৌৱনৰ সুখ ত্যাগ কৰি নিজে নিবিচৰা বাৰ্ধক্যকো স্বীকাৰ কৰিছিল। তেনেকৈয়ে তুমিও ৰাজ্য-চিন্তা গ্ৰহণ কৰা। আৰু এটা কথা, তুমি এই সংসাৰৰ একো আও-ভাও নোপোৱা বুলি ক'লেও সেই কথা সঁচা নহয়। কৃষ্ণৰ নিচিনাকৈ তুমি বাল্য-ক্ৰীড়া এৰা—ৰাজ্যভাৰ গ্ৰহণ কৰা। আজিৰ পৰাই মই এৰি দিলোঁ অস্ত্ৰ········।"

এই বুলি কৈ ৰাজ্যবৰ্ধনে তেওঁৰ তৰোৱালখন উলিয়াই লৈ মাটিত থ'লে।........

কথা শুনি সুতীক্ষ্ণ যাঠীৰ জোং এটিয়ে বিদাৰ কৰি যোৱাৰ নিচিনাকৈ হৃদয় বিচাৰি গ'ল হৰ্ষৰ। তেওঁ ভাবিলে: 'মোৰ অনুপস্থিতিত কোনোবা দুষ্ট লোকে ককাইদেওক কিবা ক'লে নেকি, আৰু সেই কথা শুনি তেওঁ কুপিত হ'ল নেকি? নে তেওঁ মোক কিবা পৰীক্ষা কৰি চাইছে! নে পিতৃৰ মৃত্যুত তেওঁ হৈ পৰিছে ব্যাকুল! ককাইদেওৰ প্ৰকৃতিতো কাহানিও এনেকুৱা নাছিল! অথবা এনেওতো হব পাৰে যে তেওঁ কব খুজিছিল কিবা এটা—কিন্তু মুখেৰে ওলাল কিবা এটা। এনেওতো হব পাৰে যে বিধাতাই আমাৰ বংশ নাশ কৰিবলৈকে এনে ধৰণৰ উপায় গ্ৰহণ কৰিছে। × × ×'

এনেহেন অপ্ৰত্যাশিত মনোভাব দেখি হৰ্ষই আৰু বহুত কথা ভাবিবলৈ ধৰিলে। দাদাকৰ এনে এটি আদেশ আছিল সঁচাকৈয়ে অপ্ৰত্যাশিত যেন এই আদেশেৰে এজন সাত্বিক বিদ্বান ব্যক্তিক সুৰাপান কৰিবলৈ কোৱা হৈছে, যেন প্ৰভুভক্ত এজনক কোৱা হৈছে প্ৰভুৰ প্ৰতি বিদ্ৰোহ কৰিবলৈ, যেন এজনী সতী তিৰোতাক কোৱা হৈছে ব্যভিচাৰ কৰিবলৈ......। এনেহেন অনুচিত কথা তেওঁৰ মনলৈ আহিল কিয়! অথচ এনে ভাব তেওঁৰ আগতেতো হোৱা নাছিল! আৰু তেৱেঁই যদি তপোবনলৈ যায় তেনেহলে অন্য কোনজন জীৱিত ব্যক্তিয়ে পৃথিৱী লাভৰ কথা ভাবিব? 'মইও তেনেহলে দাদাৰ অনুগামী হম' – এইবুলি ভাবি তেওঁ আগতেই তপোবনলৈ গ'ল আৰু তাত নিজৰ মুখ ওপৰলৈ কৰি মনে মনে বহি থাকিল।

এনেহেন কথাত চাৰিওফালে কান্দোনৰ ৰোল উঠিল।

এনেতে হঠাৎ ৰাজ্যশ্ৰীৰ এজন সংবাদবাহী ভৃত্যই চিঞৰি চিঞৰি কান্দি সভাস্থলত উপস্থিত হ'ল। সি ৰাজ্যবৰ্ধনক ক'লে, "মহাৰাজৰ মৃত্যুৰ বতৰা প্ৰচাৰ হোৱাৰ দিনাই দুৰাত্মা মালৱৰাজে ভনী-জোৱায়েক গ্ৰহবৰ্মাক বধ কৰিলে। তেওঁ ৰাজকুমাৰী ৰাজ্যশ্ৰীকো ভৰিত শিকলিৰে বান্ধি কান্যকুব্জৰ কাৰাগাৰত নিক্ষেপ কৰিছে। শুনামতে সেই দুৰ্মতিয়ে এই ভূমিখণ্ডও দখল কৰিব খুজিছে।"

এনেহেন কল্পনাতীত খবৰ পাই গ্ৰহবৰ্মাৰ প্ৰতি শোকাৰ্ত আৰু ভনীয়েকৰ প্ৰতি আকুল হৈ পৰিল তেওঁ। সিংহই পৰ্বতৰ গুহাত প্ৰৱেশ কৰাৰ দৰে তেওঁৰ অন্তৰত প্ৰৱেশ কৰিলে ভয়ংকৰ ক্ৰোধ, মালৱৰাজক বিনাশ কৰিবলৈকে কৰ। উগ্ৰতাই তেওঁৰ চুলি ডাল ডাল কৰিলে। তেওঁ হৰ্ষবৰ্ধনক ক'লেগৈ, "আয়ুষ্মন, এই পৃথিৱী, ৰাজ্যৰ প্ৰজা, বন্ধু-বান্ধৱ আৰু ভৃত্যসকলক তুমি চাবা; মই মালৱৰাজৰ বংশ নাশ কৰিবলৈ ওলালোঁ।" এই বুলি কোৱাৰ পিছত তেওঁ তেতিয়াই আদেশ দিলে জয়যাত্ৰাৰ ডংকা বজাবলৈ।

ৰাজ্যবৰ্ধনৰ আদেশ পাই হৰ্ষই চিন্তা কৰি চালে আৰু ভনীয়েক আৰু ভনী-জোৱায়েকৰ খবৰ শুনি ক্ষুব্ধ হৈ উঠিল। তেওঁ ক'লে, "হে আৰ্য্য, মইও আপোনাৰ সংগী হম।"

ৰাজ্যবৰ্ধনে ক'লে, "শত্ৰুৰ প্ৰতি ইমান গুৰুত্ব দিয়া অনুচিত। এটা হৰিণা মাৰিবলৈ ইমান সিংহ যোৱাটো লাজৰ কথা। মই অকলেই শত্ৰুক বিনাশ কৰিম, তুমি থাকা।" ৰাজ্যবৰ্ধনে সিদিনাই শত্ৰু বিনাশৰ বাবে যাত্ৰা কৰিলে

নিশা হৰ্ষই এটি সপোনত দেখিলে যে এটা গগনস্পৰ্শী লোহাৰ স্তম্ভ ভাঙি পৰিছে। সপোনটো দেখি তেওঁৰ অন্তৰ কঁপি উঠিল। দিনে-নিশাই তেওঁৰ বাওঁ চকু কঁপি আছে। এনেবোৰ কুলক্ষণ দেখি তেওঁ মহা চিন্তাত পৰিল। কোনোমতে নিজকে সম্বৰণ কৰি তেওঁ নিয়মীয়া কামত ব্ৰতী হ'ল

পিছত এদিন হৰ্ষই দেখিলে যে ৰাজ্যবৰ্ধনৰ অনুগ্ৰহৰ পাত্ৰ কুন্তল নামৰ প্ৰধান অশ্বাৰোহীজনে প্ৰৱেশ কৰিছেহি; লগত আৰু এজন আহিছে। দুয়োৰো মুখত বিষণ্ণতা আৰু সাজ-পোচাকো মলিন। দুয়ো যেন শোকাভিভূত - মুখেৰে কথা নোলায়। হৰ্ষ শংকিত হ'ল। চকুপানী মচি মচি তেওঁ হৰ্ষক জনালে যে ৰাজ্যবৰ্ধনে মালৱৰাজক পৰাস্ত কৰিলে; কিন্তু গৌড়ৰ ৰজাই এটা মিছা শিষ্টাচাৰ দেখুৱাই বিশ্বাসঘাটকতা কৰি তেওঁক অকলে নিৰস্ত্ৰ কৰি নিজৰ ভৱনত (ৰাজ্যবৰ্ধনক) হত্যা কৰিলে।

এই কথা শুনি মহাতেজস্বী হৰ্ষ শোকাভিভূত হ'ল আৰু তেওঁৰ ক্ৰোধাগ্নি দপ্ দপ্ কৈ জ্বলি উঠিল। খঙতে তেওঁৰ অধৰ কঁপিবলৈ

ধৰিলে, চকু ৰক্তবৰ্ণ হ'ল। তেওঁ উন্মত্ত হৈ পৰিল—যেন বিন্ধ্য পৰ্বতৰ অৱয়বৰ আকৰ্ষণ বাঢ়িছে। পৰীক্ষিত ৰজাৰ পুতেক জন্মেজয়ৰ নিচিনাকৈ যেন তেওঁ ভোগকাৰীসকলক পুৰি মাৰিবলৈ উদ্যত হৈছে।

অত্যন্ত ভয়ংকৰ ৰূপ ধাৰণ কৰি ক'লে, "গৌৰাধিপতিয়ে কপটতাৰ আশ্ৰয় নোলোৱাকৈ কাকো জয় কৰিব পৰা নাই। সেই চণ্ডালৰ নাম ল'লেও পাপৰ মলিৰ প্ৰলেপ লাগে মোৰ জিভাত। সেইজন দুৰ্মতি গৌড়ৰাজ এইবাৰ ক'লৈ পলাব ?"

তেওঁ কাষতে বহি আছিল তেওঁৰ পিতৃ (প্ৰভাকৰবৰ্ধন)ৰ বান্ধৱ সেনাপতি—নাম সিংহনাদ। তেওঁ সকলো যুদ্ধতেই অৱস্থান লৈছিল সবাৰো আগত। যুদ্ধত অতি সুনিপুণ আছিল তেওঁ। বাৰ্ধক্যই তেওঁক টলাব পৰা নাই। খোজ-কাটলৰ সময়ত তেওঁক উদয়াচলৰ সমান বুলি ভাব হৈছিল। বীৰত্বসম্পৰ্কিত তেওঁৰ বহুত ৰমণীয় বৃত্তান্তই যেন কুৰু-পাণ্ডৱৰ যুদ্ধকো তল পেলাইছিল। জলপথেৰে কৰা যুদ্ধতো তেওঁ আছিল পাকৈত—অন্য দ্বীপৰ ৰজাসকলক পৰাভূত কৰি ৰাজ্যৰ ধনসম্পত্তি এনেভাবে লৈ আহিছিল যেন সমুদ্ৰমন্থন কৰি লক্ষ্মীয়ে ভাল পোৱা মন্দৰ পৰ্বতকো ক্ষুদ্ৰ কৰি পেলাইছিল। তেওঁ দুন্দুভিৰ কোবৰ দৰে গম্ভীৰভাবে ক'লে, "মহাৰাজ, কুলিয়ে কেতিয়াও নিজৰ বাঁহ নাসাজে। বৰণতো ক'লা ; অথচ তাতোকৈ ক'লা কাউৰীক কুলিয়ে যি প্ৰতাৰণা কৰে সেই কথা কাউৰীয়ে বুজি নাপায় ; তেনেকৈ যাৰ নিজৰেই আশ্ৰয় নাই, সি অতি চঞ্চল আৰু স্বভাৱতো লেতেৰা ; অথচ লক্ষ্মীয়ে প্ৰতাৰণা কৰা লেতেৰা স্বভাৱৰ কাপুৰুষে কেতিয়াও প্ৰতাৰিত হৈছে বুলি নিজেই গম নাপায়। ছাতিৰে ছাঁয়া কৰি সূৰ্য্যৰ তেজ ৰোধিব নোৱাৰা ক্ষুদ্ৰমনা এজনে কি কৰিব ? ভগবানে পৃথিৱীক ৰক্ষাৰ কাৰণে সৃষ্টি কৰিছে পৰ্বতক। জ্ঞানী লোকে সপোনতে দেখা আৰু বিনষ্ট হৈ যোৱা ক্ষন্তেকীয়া দেহাক কেতিয়াও নিজৰ বুলি নাভাবে। গতিকে অহংকাৰী দুৰ্বৃত্তৰ অহংকাৰ চূৰ্ণ কৰা, তুমি নিজৰ ভৰিৰে লঠিয়াই তাৰ শিৰৰ গৌৰৱ লাঘৱ কৰা ; এনে দৰৱ দিয়া যেন তাৰ মহা অভিমানৰূপী সন্নিপাত ৰোগ আঁতৰি যায়। শোক ত্যাগ কৰি কুল গৌৰৱ ৰক্ষা কৰা, ৰাজলক্ষ্মীক গ্ৰহণ কৰা।"

"মহাৰাজ প্ৰভাবৰ্ধন আৰু নাই। ৰাজ্যবৰ্ধনকো দংশন কৰি মাৰিলে গৌড়াধিপতিৰূপী ভুজংগই। এনেহেন বিপদকালত তুমিয়েই পৃথিৱীক ধাৰণ কৰিবলৈ আছা। প্ৰজাক আশ্বস্ত কৰা, আজিয়েই তুমি অস্ত্ৰ তুলি লোৱা········।"

কথা শুনি হৰ্ষ উত্তেজিত হ'ল। তেওঁ ক'লে, "সৰগত স্থান লোৱা দাদাৰ চৰণ চুই মই প্ৰতিজ্ঞা কৰিছোঁ—যদিহে ধনুৰ্বাণৰ অভিমানেৰে অভিমানী ৰজাসকলৰ ভৰি লোহাৰে শিকলিবদ্ধ কৰিব নোৱাৰোঁ আৰু যদিহে এইখনক (পৃথিৱীখনক) গৌড়শূণ্য কৰিব নোৱাৰোঁ তেনেহলে মই পাপৰ ভাগী হ'ম আৰু ঘিউৰে আহুতি দিয়া অগনিত পতংগৰ নিচিনাকৈ আত্মাহুতি দিম।" —এই বুলি কৈ তেওঁ কাষতে থকা মহাসন্ধি বিগ্ৰহাদিকৰ্তা (মুখ্য সেনাধ্যক্ষ) অৱন্তিকক আদেশ দিলে,

"লিখি লোৱা - পূৱ, পশ্চিম, উত্তৰ আৰু দক্ষিণ - এই সকলো দিশৰ নৃপতিসকলে হয় মোক কৰদান কৰক—নহলে অস্ত্ৰধাৰণৰ কাৰণে সাজু হওক, অথবা পলাই যাওক; মোৰ সন্মুখলৈ আহি হয় হাতযোৰ কৰক—নহলে যুদ্ধৰ কাৰণে নিজৰ ব্যূহ ৰচনা কৰক। মই যুদ্ধলৈ ওলালোঁ— যেতিয়ালৈকে পংগুৰ নিচিনা সেইবোৰ নৃপতিৰ মুকুটৰ জ্যোতিৰ প্ৰলেপ মোৰ ভৰিত নপৰেহি তেতিয়ালৈকে মোৰ জিৰণি নাই।" –এই বুলি কৈয়েই তেওঁ অন্যান্যসকলক বিদায় দি গা ধুবলৈ ভিতৰলৈ গল। তাৰ পিছত নিত্য-কৰ্ম সম্পাদন কৰিলে।

সূৰ্য্যৰ তেজ কমি আহিল, বেলি লহিয়ালে। এনেহে লাগিছিল যেন হৰ্ষৰ প্ৰতিজ্ঞা শুনি ত্ৰিভুৱনৰ অহংকাৰবোৰ ম্লান পৰিছে। পদুমৰ পাহ জাপ গল, চৰাই-চিৰিকতিয়েও পাখি জপালে········।

ক্ৰমে ক্ৰমে সন্ধ্যা নামি আহিল। সকলোকে বিদায় দি ৰজা শ্ৰীহৰ্ষই শয়ন-গৃহত প্ৰৱেশ কৰিলেগৈ। তাৰ পিছত নিজৰ হৃদয়ত ককায়েকৰ জীৱন্ত ৰূপ ধ্যান কৰিলে। তেওঁ চিন্তা কৰিলে—এনেহেন লৌহধাতুৰে গঠিত দেহৰ এজন পুৰুষৰ এনে পৰিণাম হয় কিয়!

ৰাতিপুৱাই উঠি তেওঁ দ্বাৰ-ৰক্ষীক আদেশ দি ক'লে, "গজসেনাসকলৰ অধিকাৰী স্কন্দগুপ্তক লগ পাব খোজো।"

আদেশ পোৱাৰ লগে লগে বহুত যুৱকে স্কন্দগুপ্তক খবৰ দিবলৈ গল।

স্কন্দগুপ্তই আহি প্ৰণাম কৰিলে। তেওঁ নিজৰ ঘৰৰ পৰা সৰা-সৰিকৈ খোজকাঢ়িয়েই আহিছিল আৰু অহাৰ পথত দণ্ডধাৰী ৰাজ-বিষয়াসকলে বাট মোকলাই দিছিল; তেওঁলোকে আহি অভিবাদন জনাইছিল। হৰ্ষবৰ্ধনৰ অনুগ্ৰহতেই তেওঁলোকে এনে উচ্চপদ লাভ কৰিছিল। শিৱৰ ভৰিৰ ভৰ সহিব নোৱাৰি অৱনত হোৱা কৈলাস পৰ্বতৰ দৰে কাছৰ ৰূপ ধাৰণ কৰা বিষ্ণুৱে পৃথিৱীৰ কৰ্তৃত্ব গ্ৰহণ কৰা গৰ্বকো যেন নিজৰ ভৰিৰে তেওঁ চূৰ্ণ কৰি দিছে। তেওঁ আছিল নিজে এজন পণ্ডিত; বুদ্ধিমান লোকসকলৰ তেওঁ আছিল বন্ধু। তেওঁ আহি দূৰৰ পৰাই ভূমি চুই ৰজাক নমস্কাৰ জনালে।

স্কন্দগুপ্তই হৰ্ষবৰ্ধনৰ অলপ দূৰত বহিছিল।

ৰজাই ক'লে, "সকলো কথা তুমিতো শুনিছাই। এতিয়া প্ৰচাৰ কৰিবলৈ বাহিৰলৈ পঠোৱা হাতীবোৰক সোনকালে ঘূৰাই আনিব লাগে। জ্যেষ্ঠ ভ্ৰাতৃৰ এনেহেন মৃত্যুৰ পিছত মই আৰু এখন্তেকো পলম কৰিব নোৱাৰোঁ।"

স্কন্দগুপ্তই প্ৰণাম কৰি ক'লে, "মহাৰাজৰ আদেশ শিৰোধাৰ্য। প্ৰভুৰ প্ৰতি নিবেদন কৰিবৰ কাৰণে মই এযাৰ কথা কব খোজো:

মহাৰাজে যি কামৰ কাৰণে অগ্ৰসৰ হব খুজিছে ৰাজ-বংশৰ কাৰণেও সেয়া উপযুক্ত হৈছে। সৰ্পৰ নিচিনা ক্ষুদ্ৰ প্ৰাণীয়েও এনে কথা সহ্য নকৰে। কিন্তু সেই দুজন ৰজাৰ বিষয়ে আপুনি মাত্ৰ সামান্যহে লক্ষ্য কৰিছে। ভিন ভিন দেশৰ আচাৰ-ব্যৱহাৰ, কথা-বতৰা বেলেগ বেলেগ; কিন্তু স্বভাৱত নৰম-হৃদয় হোৱাৰ কাৰণে আপুনি দেশৰ কল্যাণ বুলি সকলোৰে ওপৰত বিশ্বাস ৰখা ভাৱনাক পৰিত্যাগ কৰক। প্ৰতিদিনে নিজৰ নিজৰ প্ৰমাদৰ দোষত ৰজাসকলে লাভ কৰা বিপত্তি সম্পৰ্কে মই বহুত কথা শুনিছোঁ। যেনে—পদ্মাৱতী নগৰত নাগবংশীয় ৰজা নাগসেনে মইনা চৰাইক গোপন মন্ত্ৰ শুনাই নিজে বিনাশ হ'ল, শ্ৰাৱস্তীৰ ৰজা শ্ৰুতবৰ্মাৰ সকলো বিনষ্ট হ'ল তোতাচৰাইৰ মুখেদি সকলো ৰহস্য ফাদিল হোৱাৰ কাৰণে আৰু মৃত্তিকাৱতী নগৰত ৰজা সুবৰ্ণচূড়ে সপোনতে গোপন কথাবোৰ ভেদ কৰি দিয়াৰ কাৰণে মৰণ হ'ল তেওঁৰ নিজৰে ........।

এনে ধৰণৰ বহুত উদাহৰণৰ কথা কৈ স্কন্দগুপ্ত মনে মনে থাকিল আৰু পিছত তেওঁৰ প্ৰভু হৰ্ষৰ আদেশ পালন কৰিবলৈ ওলাই গ'ল।

ৰজাই ৰাজ্যখনৰ পৰিচালনাৰ এক সুব্যৱস্থা কৰিলে— অতি সু-পৰিকল্পিতভাৱে।

ইফালে দিগ্বিজয়ৰ কাৰণে হৰ্ষ সাজু হোৱাৰ লগে লগে শত্ৰু-পক্ষত বহু ধৰণৰ বিঘিনি মিলিল। চঞ্চল হৈ পৰিল বনৰ হৰিণা, গৃহলক্ষ্মী যাব বুলি মৌমাখিয়ে নতুন ধৰণৰ গুঞ্জন তুলিলে। ওচৰতে যমদূতে চকু দিয়া কৃষ্ণসাৰৰ (এবিধ হৰিণাৰ) জাকে ইফালে-সিফালে দৌৰি ফুৰাৰ নিচিনাকৈ শত্ৰুপক্ষই সম্মুখত বিপদ দেখি কিংকৰ্তব্য বিমূঢ় হ'ল। অমংগলৰ সূচনা চাৰিওপিনে; বান্দৰৰ শিশুৰ গালৰ ৰঙৰ নিচিনা ৰং ধৰি উঠিছে আকাশ, দিনতেই শিয়ালে হোৱা দিছে, মৃত্যুৰ মুখত থকা মানুহৰ ঘৰৰ ওপৰত শগুণ পৰাৰ নিচিনাকৈ ঘৰৰ ওপৰত পৰিছে শগুণ।

আনফালে ৰজাৰ যুদ্ধ-যাত্ৰাকালত ফুলনিৰ গছত ফুলিবলৈ ধৰিছে ফুল, সামন্ত ৰজাসকলৰ সৈন্যসকলৰ হৰ্ষৰ যোদ্ধাই চুলিত ধৰি টানি আনিবলৈ আগতেই সাজু হৈছে, হৰ্ষৰ শংখ, চক্ৰ আৰু পদুমৰ চিহ্ন থকা ভৰিৰ পতা প্ৰতিবিম্বিত হৈছেগৈ ৰাজ-মহিষীসকলৰ চূড়া-মণিত, দাসীয়ে হাতত তুলি লৈছে খোলা চোঁৱৰ।

আনফালে সিটোপক্ষত অকালত ফুলিছে গছত বিমংগলীয়া ফুল - ৰাজ উদ্যানত, ৰাজ-সভামণ্ডপৰ পৰা খুটাত নিৰ্মিত পুতলাবোৰ যেন চঞ্চল হৈ তললৈ মূৰ কৰিছে - সেইবোৰে নিজৰ হাতেৰে বুকুত খুন্দিয়াই খুন্দিয়াই যেন কান্দিবলৈ ধৰিছে। হৰ্ষবৰ্ধনৰ সেনাই চুলিত ধৰি টানি নিব বুলি সামন্ত ৰজাসকলৰ ভয়ত তৰণি নাই, ৰাজ-মহিষীসকলে তেওঁলোকৰ চূড়ামণিত প্ৰতিবিম্বিত হোৱা দেখা পাইছে শ্ৰীহৰ্ষৰ শংখ, চক্ৰ আৰু পদুমৰ চিহ্ন থকা পাদন্যাস, দাসীসকলৰ হাতৰ পৰা পৰি যাব লাগিছে চোঁৱৰবোৰ, সৈনিকসকলে তেওঁলোকৰ প্ৰণয়-কাজিয়াত অভিমানিনী নায়িকাবোৰে বিমুখ প্ৰদৰ্শন কৰিছে। হাতীবোৰৰ ডিঙিত নিচাযুক্ত সুৰা পৰা নাই, যমৰাজৰ ম'হৰ গোন্ধ পাই যেন ঘোঁৰাবোৰে সেউজীয়া ঘাঁহো খাবলৈ এৰি দিছে। ঘৰৰ

ময়ুৰ-ময়ুৰীয়ে এৰি দিছে নৃত্য কৰিবলৈ, কুকুৰবিলাকে অকাৰণতে ঘৰৰ দুৱাৰমুখত বহি বিমংগল সূচনা কৰা ধ্বনি তুলি ভুকিব লাগিছে —ওপৰলৈ মুখ তুলি তুলি, সৈনিকসকলৰ বৈৰীয়েকবোৰে দেখা পাইছে - তেওঁলোকৰ মধুপাত্ৰত আগতে প্ৰতিবিম্বিত হোৱা মুখৰ সলনি এতিয়া প্ৰতিবিম্বিত হৈছে একোখনি যেন বিধৱাৰ মুখ। শত্ৰুপক্ষত নিশ্চিত ভাবে মৃত্যু হব লগা সৈনিকসকলৰ সংখ্যা তৰ্জনী আঙুলিৰে গণনা কৰিব লাগিছে এজনী নগ্না তিৰোতাই। বীৰ পুৰুষসকলৰ গাত পৰিবলগা বিকশিত পুষ্প-বৃষ্টিৰ ঠাইত যেন মৃত্যুদণ্ডেৰে দণ্ডিত মানুহৰ গাত ৰক্ত-চন্দনৰ প্ৰলেপ লগাৰ নিচিনাকৈ পৰিব লাগিছে ৰঙা তেজৰ বৰষুণ। ৰাজভৱনৰ সম্মুখৰ পথাৰত গজি উঠিছে হৰিণাৰ ভৰিৰ খুড়াৰ নিচিনাকৈ বেকাঁ হৈ নতুন সেউজীয়া ঘাঁহৰ গজালি, × × ×

নিজেই অপমানিতা হোৱাৰ ভয়ত কঁপি উঠিছে ভূমণ্ডল।

যুদ্ধৰ কাৰণে ৰাজ্যৰ সকলোতে সুমংগলৰ সূচনা, সকলোতে প্ৰেৰণা, সকলোতে নতুন উদ্যম—যেন ঘৰে ঘৰে ঘূৰিব লাগিছে প্ৰবল বতাহত অপহৃত হোৱা প্ৰতিহাৰীসকলৰ চোঁৱৰ, ছত্ৰ আৰু ব্যজনবোৰ।

---

## সপ্তম উচ্ছ্বাস

প্রতিজ্ঞাৰে ব্রতী হোৱা পুৰুষৰ বাবে
ইখন পৃথিৱী মাত্র চোতালৰ বেদী,
বিশাল সাগৰ এটি ক্ষুদ্র খাল মাথো
পাতাল এখনি মাথো সাধাৰণ ঠাই।
সুমেৰু পৰ্বত মাত্র এটি উঁই ঢিপ—
সুপ্রতিজ্ঞ পুৰুষে বাৰু ভয় কৰে কাক ?

নোদোৱায় যদিহে মূৰ সুউচ্চ পৰ্বতে
বীৰ্য্যবান পুৰুষৰ ধনুৰ আগত—
লেখৰ মাজলৈ বাৰু আহিব কিমতে
শত্রু আখ্যা পোৱা অধম কাউৰীৰ দল ?

বিজয়-যাত্রাৰ কাৰণে জ্যোতিষীসকলে ক্ষণ ঠিক কৰি দিলে। শৰতৰ মেঘে বৰষাৰ নিচিনাকৈ অসংখ্য সোণ আৰু ৰূপৰ কলহ ভৰা পানীৰে সম্রাটে (হৰ্ষবৰ্ধনে) গা ধুই উঠি ভগৱান নীল লোহিত (শিৱ)ক পূজা কৰিলে ; তাৰ পিছত আহুতি দি সোঁফাললৈ গতি কৰা প্রজ্বলিত হোমৰ জুইত দিলে আহুতি। ব্রাহ্মণক দান কৰিলে ৰত্নখচিত ৰূপ আৰু সোণৰ হাজাৰ হাজাৰ তিলপাত্র; আৰু দান কৰিলে অসংখ্য গাই—যিবোৰৰ শিং আৰু খুৰাত মেৰুওৱা আছিল সোণৰ পাত লগোৱা লতা।

(তাৰ পিছত) বাঘৰ ছাল পাৰি দিয়া সিংহাসনত ৰজা বহিল আৰু তেওঁৰ যশস্যাৰ অস্ত্র-শস্ত্রবোৰত সানি দিলে শুভ্র চন্দন। নিজৰ কপাল আৰু সৰ্বাংগ শৰীৰত শুভ্র-চন্দন সানি হংসমিথুন থকা দুকুল বস্ত্র ভৰিলৈকে পৰিধান কৰি সুশোভিত হ'ল।

ৰজাৰ শিৰত ধাৰণ কৰোৱা হ'ল মহাদেৱৰ শিৰত থকা চন্দ্রৰ তুল্য এধাৰ বগা ফুলৰ মুণ্ড-মালিকা, কাণত পিন্ধোৱা হ'ল মৰকত মণিৰ কৰ্ণভূষণ—যেন গোৰোচন লগোৱা নতুন দুবৰি-পল্লৱ, বাহুত পিন্ধোৱা হ'ল ৰাজকীয় মুদ্রা অংকিত মঙ্গলদায়ক কঙ্কন আৰু মণি-

বন্ধনত ধাৰণ কৰোৱা হ'ল যাত্ৰা মঙ্গলকাৰক ৰক্ষা-সূত্ৰ। তাৰ পিছত পুৰোহিতে ছটিয়াই দিলে শান্তি জল।

(এইবাৰ) ৰজাই তেওঁৰে সহযোগী সামন্ত ৰজাসকলৰ মাজত ভগাই দিলে ৰত্নখচিত অলংকাৰ। মোকলাই দিলে ৰাজবন্দীসকলক। কিবা কাৰণত দণ্ডিত কৰা বা ৰাজ-অনুগ্ৰহৰ পৰা বঞ্চিতসকলক কৰিলে ৰাজ-অনুগ্ৰহ আৰু তীৰ্থযাত্ৰী আৰু সাধুসকলক সন্তুষ্ট কৰিলে যথাযোগ্যভাৱে।

এই সময়তে ঘনে ঘনে স্পন্দিত হবলৈ ধৰিলে ৰজাৰ সোঁবাহু। এয়া আছিল যেন ইংগিত: ওঠৰ দ্বীপ বিজয়ৰ বাবে তেওঁ যেন যোগ্য অধিকাৰ-প্ৰাপ্ত হৈছে। বিজয়লাভৰ ইংগিতবোৰে এটাৰ পিছত এটাকৈ আহি উপস্থিত হৈছে। আনন্দত উৎফুল্লিত প্ৰজাসকলে জয়-ধ্বনি দিবলৈ ধৰিলে।

সত্যযুগ প্ৰতিষ্ঠাৰ বাবে ব্ৰহ্মাৰ কণীৰ পৰা ওলোৱা সোণালী ভ্ৰূণৰ নিচিনাকৈ ৰাজভৱনৰ বাহিৰলৈ ওলাল শ্ৰীহৰ্ষ।

যাত্ৰাৰ কাৰণে আগতীয়াকৈ স্থান নিৰ্ণয় কৰি থোৱা আছিল: সৰস্বতী নদীৰ পাৰত সজা হৈছিল এটি ৰাজ-মন্দিৰ। তাতে সজোৱা হৈছিল ওখকৈ এখন তোৰণ। বেদীৰ ওপৰত পল্লৱ ভৰাই ৰখা হৈছিল এটি সোণৰ ঘট। বেদীৰ চাৰিওফালে আঁৰি দিয়া হৈছিল বনফুলৰ মালা। তাৰ ওপৰত উৰি আছিল শুকুলা পতাকা, তাতে ঘূৰাঘূৰি কৰি আছিল শুভ্ৰবস্ত্ৰ পৰিহিত বহুত লোক আৰু ব্ৰাহ্মণসকলে গাই আছিল মংগলমন্ত্ৰ।

গাওঁৰ মুখীয়ালসকল পাৰিষদ সমন্বিতে তাত উপস্থিত হৈ ৰজাক ক'লে, "মহাৰাজৰ আদেশ অব্যৰ্থ; মহাৰাজে আজিয়েই শাসনৰ কাম আৰম্ভ কৰিলে ভাল হয়।"

তাৰ পিছত তেওঁলোকে ৰজালৈ আগবঢ়ালে ষাড়গৰুৰ প্ৰতীক থকা এটি সোণৰ মোহৰ। মোহৰটো গ্ৰহণ কৰিলে ৰজাই; তেওঁৰ সন্মুখত থকা মাটিৰ পিণ্ডটো মোহৰেৰে অংকিত কৰিব খোজোঁতেই

মুদ্ৰাটো হাতৰ পৰা মাটিত পৰি গল আৰু সৰস্বতী নদীৰ পাৰৰ এই কোমল মাটিত অংকিত হ'ল স্পষ্টকৈ আখৰৰ ছাপ। এয়া এক অমংগলৰ সূচনা বুলি মানুহবোৰে ভয় খাইছিল।

ৰজাই ভাবিলে—এই সৰল মানুহবোৰে ইয়াৰ তত্ত্ব বুজি নাপায়; অথচ এই মুদ্ৰাৰ ছাপে ইংগিত দিছে যে এইখন পৃথিৱীত মোৰ একচ্ছত্ৰী শাসন মুদ্ৰাৰে অংকিত হব। এই শুভ-লক্ষণটিক অভিনন্দন জনাই ৰজাই একোখন গাওঁত এহেজাৰখন হালেৰে চহাব পৰা পৰিমাণৰ মাটি ব্ৰাহ্মণসকলক দান কৰিলে।

গোটেই দিনটো ৰজাই তাতেই কটালে। তবে পিছত নিশা হ'ল। আৰু তাত সমবেত ৰজাসকলক যথোচিত সন্মান জ্ঞাপন কৰি তেওঁ শুবলৈ গল।

নিশা তৃতীয় প্ৰহৰ পাৰ হৈ গৈছে। চাৰিওফালে নিতাল নিস্তব্ধ হলেও ঐৰাৱতে গোজোৰাৰ নিচিনাকৈ বাজি উঠিল দবাৰ গম্ভীৰ ধ্বনি। তাৰ পিছত গন্তব্য স্থানৰ ক্ৰোশ হিচাপৰ দূৰত্বৰ সংখ্যা নিৰ্দেশক আঠোটা কোব ডবাত ডাঙৰকৈ বাজিল।

সেনাসকলৰ যাত্ৰাৰ লগে লগে আকৌ বাজিল ডবা, শংখ, শিঙা আৰু 'কাহল' বৰকাহ ?)। নান্দী শ্লোক উচ্চাৰিত হ'ল। আৰম্ভ হ'ল সৈন্যসকলৰ কোলাহল। বিষয়াসকল ব্যস্ত হ'ল চাকৰ-বাকৰবোৰক জগোৱাত। খুত-খাং শব্দবোৰ ঘন হৈছে। নিশাৰ অন্ধকাৰ আঁতৰাবলৈ হাজাৰ হাজাৰ জোৰবস্তি লৈ মানুহবোৰ থিয় হৈছে আলি বাটত।

চতুৰ্থ প্ৰহৰত আহিব লগা পহৰাদাৰসকল আহিল। এইসকলৰ পদ-শব্দতে সাৰ পাই উঠিল প্ৰেমাসক্ত স্ত্ৰী-পুৰুষসকল। সেনাধ্যক্ষসকলৰ মাতত সাৰ পাই নিদ্ৰালস মাউতবোৰে চকু মোহাৰিবলৈ ধৰিলে, ইতিমধ্যে সাৰ পাই থকা মাউতবোৰ শোৱাঘৰৰ পৰা ওলাই আহিল। হাতীৰ ভৰিত বন্ধা শিকলিবোৰ খোলোঁতে হোৱা ঝনঝন শব্দ দশোদিশে বিয়পি গল। সাৰ পাই উঠি অশ্বাৰোহীসকলেও লৰা-ধপৰা লগালে। ঘোঁৰাৰ ঠেঙত লগাই থোৱা জোঁট খুলিবলৈ লওঁতে ঘোঁৰাই ঠেংবোৰ বেঁকা কৰি দিলে। হাতীৰ পিঠিৰ ধূলিবোৰ ঘাঁহ বনৰ

পাতেৰে সাৰি পেলোৱা হ'ল আৰু পিঠিত তুলি দিয়া হ'ল চামৰাৰ মোনাবোৰ। সৈনিকৰ বাবে তম্বু, পৰ্দা, চামিয়ানা মেৰিয়াই বন্ধা হ'ল। ভঁড়াল-ঘৰৰ বস্তবোৰ তুলিবলৈ মাউতে কিছুমান হাতীক কামত লগালে। যিবোৰ হাতী দুষ্ট সিহঁতৰ পিঠিত কাঠৰ খাট, পীৰা আদি ওলোমাই দিয়া হ'ল। দুষ্ট আৰু হৃষ্ট-পুষ্ট হাতীবোৰক ৰং বিৰঙৰ জৰীৰে আঁটি আঁটি বন্ধা দেখি সিহঁতে খঙতে চিঞৰি দিছে। পিঠিত তুলি দিয়া বোজাৰ ভৰত উটবোৰে খঙতে চট্‌ফটাবলৈ ধৰিলে। অভিজাত ৰাজকোঁৱৰসকলে পঠাই দিয়া পিতলখটোৱা বাহনত হেঁচা-হেঁচিকৈ তুলি দিছে অভিজাত মহিলাসকলক।

নতুনকৈ মকৰল হোৱা ভৃত্যসকল সময়মতে উপস্থিত নোহোৱাত হাতীৰ মাউতবোৰে সিহঁতক বিচাৰি ফুৰিছে। ৰজাৰ পৰা সন্মান লাভ কৰা পদাতিক সেনাসকলে ৰজাৰ ভাল লগা ঘোঁৰাবোৰ লৈ আহিছে।

আগৰ শাৰীত যাব লগা সেনাসকলৰ গাত অগ্ৰবৰ্তী সেনাৰ প্ৰতীক লগাই দিয়া হৈছে। ৰাজকীয় ঘোঁৰাৰ চালকসকলে ঘোঁৰাৰ পিঠিত বহুৱাই লৈছিল বান্দৰ। বাহন-বাহক ঘোঁৰাবোৰে ঘাঁহ আৰু দানা আধামান খাওঁতেই সিহঁতৰ মুখৰ পৰা চৰিয়াবোৰ কাঢ়ি লৈ যোৱা হ'ল। হস্তিনীবোৰৰ ওপৰত মানুহ তুলিবলৈ সজাই তোলা হ'ল। সেইবোৰৰ কপালত সানি দিয়া হ'ল সেন্দুৰ।

হাতী আৰু ঘোঁৰাবোৰে যাত্ৰা আৰম্ভ কৰিলে। হাতী-ঘোঁৰাই খাই এৰা ঘাঁহ-বনবোৰ নিবলৈ নিম্নশ্ৰেণীৰ মানুহবোৰে হেতা-ওপৰা লগালে। গাধবোৰেও যাত্ৰা আৰম্ভ কৰিলে—টোপোলাৰ বোজাবোৰ পিঠিত তুলি লৈ।

ঘৰক্-ঘৰক্ শব্দ কৰি যোৱা গৰুগাড়ীৰ চকাই আলিবাটত লিক্ বহাই গৈছে। লাগ বুলিয়েই পাব পৰা বস্তুবোৰ বলদ গৰুৰ পিঠিত তুলি দিয়া হ'ল। খাদ্যবস্তু তুলি দি পঠোৱা বলদ গৰুবোৰে পথৰ দাতিত ঘাঁহৰ লোভত পিছ পৰি গল।

আগে আগে দৌৰি গৈছে পতাকাবাহী মানুহবোৰ। মহা সামন্তৰ খাদ্য-বস্তুবোৰ আগতেই পঠোৱা হৈছিল। গৈ থকা হাতীবোৰে বাটৰ

কাষৰ সৰু সৰু ঘৰবোৰ ভৰিৰে গছকি ভাঙি গৈছিল আৰু সেইবোৰ ঘৰত থকা মানুহবোৰে হাতীৰ চালকসকললৈ চপৰা দলিয়াবলৈ ধৰিলে। খেৰৰ জুপুৰীবোৰ ছেদেলি-ভেদেলি হোৱাত সৰু সৰু পৰিয়ালবোৰ জীৱনৰ ভয়তে পলাবলৈ ধৰিলে।

অন্তঃপুৰৰ মহিলাসকলে হস্তিনীবোৰৰ পিঠিৰ ওপৰতে ছৈৰ বাহিৰলৈ ওলাল আৰু তেওঁলোকৰ আগে আগে জুই শিখা লৈ যোৱা মানুহবোৰ বেছিকৈ আগুৱাই যোৱাৰ সংকেত পাই বেগাই যোৱাত বাটৰ মানুহে বাট এৰি দিলে। পিছে পিছে গৈছে অশ্বাৰোহীসকল। ওখ ওখ টঙনা ঘোঁৰাবোৰে পিঠি লৰচৰ নকৰাকৈয়ে ক্ষিপ্ৰ গতিৰে গৈছিল আৰু সিহঁতৰ পিঠিত স্বাচ্ছন্দ্যেৰে বহি যোৱা আৰোহীসকলে ঘোঁৰাবোৰৰ গুণৰ প্ৰশংসা কৰি গৈছিল। গাধৰ পিঠিত অতি কষ্ট কৰি বহি যোৱা দক্ষিণ-দেশীয় লোকসকলে মাজে মাজে পিছলি পৰি গৈছিল।

ধূলিময় সৰ্বদিশ; কতো একো নেদেখি।

দেশ-বিদেশৰ ৰজাসকল আহিছে হাতীৰ পিঠিত। মাউতবোৰে হাতীৰ ওপৰত ৰখা হাওদা আছিল সোণ চৰোৱা; সেই কাৰণে ৰজাসকলৰ ধনুত জিলিকি উঠিছিল নানাবিধ ৰং। তামুলীসকলে চোঁৱৰ লৰাই গৈছিল। অশ্বাৰোহীসকলৰ জিনৰ ছুয়োফালে ৰখা ৰেকাৱত ভৰি দি চলালেই তাৰ কাষত থকা ৰত্নশিলাবোৰত খুন্দা খাই সঘনাই শব্দ উঠে। চকুত চমক তোলা ৰেচমৰ দীঘল পায়জামাই তেওঁলোকৰ ভৰিবোৰ ঢাকি পেলাইছিল। তাৰে কিছুমানে পিন্ধিছিল কঞ্চুক চোলা, কিছুমানে পিন্ধিছিল চীন দেশত তৈয়াৰী কাপোৰ (উত্তৰীয়)।

গতিবেগ বঢ়াত, ৰজাসকলে লতাৰ নিচিনাকৈ দোল খোৱাৰ কাৰণে তেওঁলোকৰ ডিঙিৰ মুকুতা-মালাই কাণৰ কুণ্ডলত লাগি ধৰিছিল আৰু সেইবোৰ এৰুৱাই দিবৰ কাৰণে ভৃত্যসকলে দৌৰি আহিছিল। কিছুমানৰ আকৌ সোণৰ পাত চৰোৱা কাণফুলিৰ লগত কৰ্ণবালাৰ

খুন্দা লাগি টুং টাং শব্দ হৈছিল। কিছুমান কৰ্ণপদ্মৰ ঠাৰি পাণ্ডুৰিৰ কাপোৰত লাগি ধৰিছিল। কাৰোবাৰ শিৰৰ ওপৰত আকৌ ময়ূৰ পাখিৰে সজা ছত্ৰ, তাৰে ওপৰত গুঞ্জন কৰি আছিল ভোমোৰাই। × × × কিছুমানৰ আগত তুলিছে চোঁৱৰ, কিছুমানৰ আছে সোণখটোৱা নানা বৰণীয়া চামৰাৰ ঢাল। দোলন তুলি খোজ কঢ়া কাম্বোজ (কাম্বোজ দেশীয়) ঘোঁৰাৰ 'আয়ান' নামৰ সোণৰ অলংকাৰৰ স্বৰ্গীয় শব্দ-ধ্বনিৰে চাৰিওফালে মুখৰিত হৈ পৰিছে। × × ×

সূৰ্য্যোদয় হোৱাৰ লগে লগে মহাৰাজৰ ব্যুহৰদ্ধ অৱস্থাত সৈন্য-সামন্তৰ সমাযোগ গহনৰ সংকেতৰ দৰে বাজি উঠিল শংখধ্বনি। অলপ পিছতে ওলাই আহিল প্ৰথম অভিযানত দিগ্বিজয় কৰিবলৈ ৰজা শ্ৰীহৰ্ষ, ৰাজভৱনৰ পৰা ওলাই আহিছিল মাংগলিক যাত্ৰা সিদ্ধি কৰা হস্তিনীৰ পিঠিত উঠি। এনেহে লাগিছিল যেন হস্তিনীৰ লগ লাগি-ছিলহি এটা দিগ্‌গজ। ৰজাৰ মূৰৰ ওপৰত স্ফটিকৰ ঠাৰিত পৰাগ-জণিৰে কিৰণখচিত হৈ ৰঙা হৈ উঠা এটি বৃহৎ মাংগলিক ৰাজচ্ছত্ৰ — ঠিক সূৰ্য্যোদয় হোৱা দেখি যেন ৰাজচ্ছত্ৰটোৱে খঙতে ৰঙা পৰি উঠিছে। কলগছৰ ভিতৰৰ অংশ (পচলা)তকৈও কোমল ৰেচমৰ 'কংচুক' পৰি-হিত সম্ৰাট হৰ্ষ দ্বিতীয় শেষনাগৰ নিচিনা উজ্জ্বলি উঠিছিল। তেওঁ পৰিধান কৰিছিল ক্ষীৰ সমুদ্ৰৰ ফেনৰ দৰে শুভ্ৰ বস্ত্ৰ। উদিত সূৰ্য্যৰ ৰক্তিম আভা প্ৰতিবিম্বিত হৈছিল তেওঁৰ চূড়ামণিত ; এনেহে লাগিছিল যেন সেই চমকনিত নিহিত আছে নিজস্ব শক্তি।

অতি কম সময়তে পাৰিজাত বৃক্ষৰ নিচিনাকৈ ইন্দ্ৰৰ সমান পদবীত অধিষ্ঠিত হ'ল শ্ৰীহৰ্ষ। তেওঁ যেন সমগ্ৰ পৃথিৱীক বশ কৰিব পৰা বশীকৰণ চূৰ্ণ। সন্মুখত উদিত সূৰ্য্যৰ ৰঙা আভা প্ৰতিফলিত হৈছে তেওঁৰ চূড়ামণিত ; এনেহে লাগিছে তেওঁ যেন নিজস্ব শক্তিৰে সূৰ্য্যৰ আভা পান কৰিছে। ৰঞ্জিত হৈছিল তামোলৰ পিকৰ লালি-মাত তেওঁৰ ওঁঠ দুটা। তেওঁৰ ডিঙিৰ হাৰৰ কিৰণো বিয়পি পৰিছে। ক্ষীৰ সাগৰৰ সকলো মাধুৰ্য্য লৈ আহি লক্ষ্মীয়ে যেন তেওঁক আলিং-গন কৰি অমৃতময় কৰি তুলিছে আৰু সেই অমৃতৰূপী মাধুৰ্য্য যেন পান কৰিছে শিবিৰত থকা হাজাৰ হাজাৰ লোকে। × × ×

ককায়েকৰ মৃত্যুৰ কাৰণে পোৱা শোক-মোচনৰ বাবে ইন্দ্ৰৰ সমানেই হৈছে তেওঁ ব্যাকুল। পৃথুৰ দৰে তেওঁ চাৰিওদিশ পৰিষ্কাৰ কৰি ৰাখিবৰ মানসেৰে ৰজাসকলক উৎসাহিত কৰিছিল।(*) সম্ৰাটৰ আগে আগে আলোক-ধ্বনি (জয়ধ্বনি) কৰি দণ্ডধাৰী পুৰুষসকলে জনসমুদ্ৰক আঁতৰাই গৈ আছিল × × ×

সম্ৰাটে বাহিৰলৈ ওলাই আছিল; নৃপতিসকলে তেওঁক প্ৰণাম জনালে। বিনয়ত নৃপতিসকলৰ শৰীৰ সন্মুখৰ ফালে দো-খাই গৈছিল। হৰ্ষবৰ্ধনেও কাৰোবাৰ আধামেলা চকুৰ দৃষ্টিৰে, কাৰোবাক কটাক্ষ দৃষ্টিৰে কাৰোবাক সম্পূৰ্ণ দৃষ্টিৰে আৰু কাৰোবাৰ প্ৰতি অধিক মনোযোগ আৰোপ কৰি চাওঁতে তেওঁৰ ভ্ৰূ সঞ্চালিত হৈছিল। কাৰোবাক মিঠা হাঁহিৰে, কাৰোবাক তৃপ্তিৰ হাঁহিৰে, কাৰোবাক চাতুৰ্য্য ভৰা দুই এটা শব্দ উচ্চাৰণেৰে, কাৰোবাক কুশল-বাৰ্তা সুধি প্ৰণামৰ উত্তৰত প্ৰতি-প্ৰণাম কৰি, কাৰোবাৰ প্ৰতি মদযুক্ত চেলাউৰিৰ ভংগিমাৰে আৰু কাৰোবাৰ প্ৰতি আজ্ঞাদানৰ ৰূপত প্ৰণয় দান কৰিলে। এনে-দৰে নিজৰ প্ৰণয় দানেৰে ৰজাসকলৰ প্ৰাণক যেন মূল্য দি কিনি পেলালে। এইদৰে সম্ৰাটে যোগ্যতা অনুসৰি নৃপতিসকলক ভাগ ভাগ কৰি দিলে।

হৰ্ষই প্ৰস্থান কৰাৰ পিছত চাৰিওফালে কোলাহল লাগিল। ভয়তে চিঞৰ-বাখৰ কৰা হাতীৰ নিচিনাকৈ তূৰ্য্যবাদ্যৰ শব্দৰ প্ৰতি-ধ্বনি বিভিন্ন প্ৰান্তলৈ বিয়পিবলৈ ধৰিলে। উদ্দণ্ড হাতীবোৰৰ কুম্ভ, গাল আৰু শুৰৰ পৰা যমুনাৰ দৰে ধাৰ ববলৈ ধৰিলে। ভোমোৰাৰ গুঞ্জন উঠি ঠল, তুলি উঠিল অগনিত চোঁৱৰ। সোণৰ দণ্ডযুক্ত চত্ৰবোৰ লগ লাগি এনেদৰে আবৰি পেলালে যেন দিনটোকে ভক্ষণ কৰি পেলাইছে। × × ×

স্বয়ং ৰজাইও নিজৰ সৈন্যবল দেখি বিস্মিত হ'ল। তেওঁ সকলো

(*) পৃথিৱীক বাধা দি থকা পৰ্বতক পৃথুৱে দূৰলৈ ঠেলি পঠাইছিল।

ফললৈ দৃষ্টিপাত কৰিলে দেখিলে যে পৃথিৱীৰ উৎপত্তিত (যুগন্তৰ) বিষ্ণুৰ নাভিৰ পৰা ওলোৱা জীৱলোকৰ দৰে, অগস্ত্যমুনিৰ মুখৰ পৰা জগত প্লাৱিত কৰিবলৈ উদ্যত হোৱা সমুদ্ৰৰ দৰে আৰু সহস্ৰাৰ্জুনৰ বাহুৰ পৰা ওলাই অহা নৰ্মদাৰ প্ৰৱাহৰ দৰে আবাস স্থলীৰ কাষৰ পৰা প্ৰস্থান কৰিছে তেওঁৰ বিশাল সৈন্যবাহিনী।

বাটে বাটে হাঁহি ধেমালি কৰি আগবাঢ়ি গৈছে সৈন্যসকল। হাতীক জাৰি-জোকাৰি চাফা কৰা, ঘোঁৰাৰ ঘাঁহ কটা, ঘোঁৰা-ৰথীয়া আদি কামৰ ভৃত্যসকলে প্ৰশংসা কৰিছিল এনেহন যাত্ৰাৰ। আনহাতে আকৌ গাওঁৰ পৰা নিয়া লোক—যেনে বুঢ়া গৰুৰ পিঠিত বোজা দি অথবা কিছু বোজা নিজে কঢ়িওৱা দুখীয়া লোকসকলে দুখতে কৈ গৈছে, "এই যাত্ৰাৰ শেষ হলেই ৰক্ষা, ধনৰ লালসা শেষ হওক, টকা-পইচা জহান্নামে যাওক······· ভগবানক খাটিছোঁ এই চাকৰীৰ পৰা যেন আমাক উদ্ধাৰ কৰে, সকলো দুখৰ কূট এই মানুহবোৰক হাত-যোৰ কৰিছোঁ।" এইসকল আছিল দৰিদ্ৰ, বৃদ্ধ আৰু বংশানুক্ৰমে চাকৰ হৈ অহা লোক। পানীৰ সোঁতৰ নাওবোৰৰ দৰে লানি লগাই গৈছিল এইসকল লোকে। নৃপতিসকলৰ খাদ্যবস্তু বহন কৰা ভৃত্যসকল আছিল এইসকলৰ বাহিৰত। কিছুমানে কঢ়িয়াইছিল নৃপতিসকলৰ সোণৰ পাদপীঠ, পানদান, পানীৰ কলহ, পিকদানী, গা-ধোৱা চৰিয়া ইত্যাদি। আকৌ কিছুমানে কঢ়িয়াইছিল ৰান্ধনি-শালৰ বস্তুবাহানি। এইসকলে নিছিল গাহৰীৰ চামৰাৰ জৰী (পটি)ৰে ছাগলীবোৰ বান্ধি, জৰীৰে বান্ধি টানি টানি নিছিল হৰিণাবোৰ, আৰু বান্ধি ওলোমাই নিছিল সৰু সৰু শংপহু আৰু চৰাইবোৰ। কিছুমানে নিছিল শাক-পাচলি, বাঁহৰ গজালি, এৰা আৰু দৈ গাখীৰৰ বেৰিয়া (কলহ), কলহবিলাকৰ মুখবোৰ ঢাকি বান্ধি নিয়া হৈছিল বগা কাপোৰেৰে আৰু তাৰে ওপৰত একপ্ৰকাৰ মোহৰ মৰা হৈছিল। জুইৰ অঙঠা, কুটি আৰু পিঠা কৰা সৰু-বৰ আকাৰৰ তাও, ৰান্ধিবৰ কাৰণে তামৰ বাচন, মঙহ সেকিবৰ কাৰণে শূল, কেৰাহী আদিও নিয়া হৈছিল। আৰু আছিল ইৰিধ-সিবিধ বস্তু।

বাৰে বাৰে বাগৰি পৰা বুঢ়া বলদবোৰৰ তদাৰক কৰিছিল

খেতিয়ক শ্ৰেণীৰ কিছুমান মানুহে; এইবোৰ খেতিয়ক হৈ পৰিছিল ভৃত্যসকলৰ উত্মাৰ কাৰণ। সিহঁতে কৈ গৈছিল— "পৰিশ্ৰম কৰিছোঁ আমি, কিন্তু ফল খাব ধূৰ্তসকলে।"

সম্ৰাট হৰ্ষবৰ্ধনক চাবলৈ বাটৰ ওচৰৰ মানুহবোৰে দুয়োফালৰ পৰা ঢাপলি মেলি আহিছে। সেইবোৰ মানুহে ব্ৰহ্মোত্তৰ মাটি চোৰা-চিতা কৰে যদিও জালিয়াতি কৰি মাটিবোৰ নিজেই ভোগ কৰি আছে। গাওঁবুঢ়াসকলে পানী ভৰা মংগল-ঘট লৈ আহিছে ৰজাক দৰ্শন কৰিবলৈ। কিছুমানে আকৌ গাখীৰ, মিঠৈ, চেনি, মিচিৰি আৰু পাচিত ফুল ভৰাই লৈ আহিছিল।

ৰাজকৰ্মচাৰীক প্ৰশংসা কৰা লোকো আছিল। আনহাতে যিসকল মানুহৰ শস্য সৈন্যসকলৰ কাৰণে কাটি নিছিল সিসকলে ল'ৰা তিৰোতাসহ ওলাই আহিছিল। তেওঁলোকে ধান-চাউলৰ অভাৱত মৰণ-অৱশ্যম্ভাৱী দেখি ৰাজ-ভয় ত্যাগ কৰি কৈ আছিল, "ৰজা ক'ত? ক'ৰ পৰা আহিছে? তেওঁ কেনেকুৱা?"— এনেকৈয়ে তেওঁলোকে ৰজাক নিন্দা কৰিবলৈ ধৰিলে।

বহুত কথাৰ সৃষ্টি হবলৈ ধৰিছে। প্ৰলয় কালৰ সমুদ্ৰৰ নিচিনাকৈ সেই বিশাল সৈন্যবাহিনীয়ে জগতখনক যেন গ্ৰাস কৰিবলৈ ওলাইছে। গোপনীয়ভাবে সৰ্পক পাতালত ৰখাৰ নিচিনাকৈ ধনিক সম্প্ৰদায়ক ৰক্ষা কৰিবলৈ এওঁলোকে যেন সংগঠিত হৈ উঠিছে।

হৰ্ষবৰ্ধনৰ আবাস স্থল ৰচিত হৈছে ঠিক কৈলাসত শিৱৰ আবাসৰ নিচিনাকৈ। প্ৰজাপতিসকলৰ চাৰিও-যুগৰ সৃষ্টিকোষৰ দৰে সকলো প্ৰাণীকে দেখা গৈছিল তাত। যদিও তাৰ মাজতে বিজৰিত হৈ আছিল দুখ আৰু কষ্ট, তথাপিতো কল্যাণ লাভ কৰাৰ দৰেই সাধিত হৈছিল মনৰ কামনা।

সম্ৰাট হৰ্ষই সৈন্যবাহিনী দৰ্শন কৰি শিবিৰলৈ গল। বাসভৱন পোৱাৰ পিছত ওচৰতে থকা পৰাক্ৰমী ৰাজপুত্ৰসকলে পত্ৰা কথা-

বতৰাবোৰ তেওঁৰ কাণত পৰিল ঃ 'দিগ্বিজয়ৰ পথ দেখুৱালে মান্ধাতাই। তেওঁ দেখুওৱা পথ অনুসৰি মহাৰাজ ৰঘুৱে অতি কম সময়ৰ ভিতৰতে পৃথিৱীলৈ আনিলে প্ৰশান্তি। ধনুৰ্ধাৰী পাণ্ডুৱে বংশ-পৰম্পৰাৰে লাভ কৰা বাহুবলৰ ফলত অভিমানী নৃপতিসকল কৰতলীয়া হৈ যাব লগা হ'ল। পাণ্ডুপুত্ৰ অৰ্জুনে ৰাজসূয় যজ্ঞ সম্পূৰ্ণ কৰিবৰ নিমিত্তে চীন দেশ অতিক্ৰম কৰি হেমকূট পৰ্বত পালে। খঙতে উত্তাল হৈ আছিল হেমকূটৰ গন্ধৰ্বসকল ; তেওঁলোকৰ ধনুষ্টংকাৰ-শব্দৰ প্ৰতিধ্বনি উঠিছিল লতাকুঞ্জ শোভিত হেমকূট পৰ্বতত ; সেই পৰ্বতো তেওঁ জয় কৰিলে।'

একমাত্ৰ আত্ম-সংকল্পৰ অভাৱতেই মহা-পৰাক্ৰমী বীৰেও বিজয়ত বাধাপ্ৰাপ্ত হয়। কিন্নৰ-ৰাজ ক্ৰমে তুষাৰেৰে আবৃত হিমালয় পৰ্বতক পাইছিল ৰক্ষকৰূপে ; অথচ তেওঁ বাহুবলত দুৰ্বল কাৰণে দুৰ্য্যোধনৰ অনুচৰ (কিংকৰ) হব লগা হ'ল। আচল কথা এয়ে যে প্ৰাচীন কালত ৰজাসকলৰ বিজয়ৰ কাৰণে বেছি ইচ্ছা নাছিল, সেইকাৰণেই অল্পমান ভূ-খণ্ডতেই একেলগে ভগদত্ত, দন্তবক্ৰ, ক্ৰাথ, কৰ্ণ, কৌৰৱ, শিশুপাল, শাল্ব, জৰাসন্ধ, জয়দ্ৰথ আদি ৰজাসকলে ৰাজত্ব কৰিছিল। ৰজা যুধিষ্ঠিৰ আছিল সদায় সন্তুষ্ট, অৰ্জুনে দিগ্বিজয় কৰি গোটেই বিশ্বক কঁপাই তুলিলেও ওচৰতে কিম্পুৰুষসকলৰ ৰাজত্বক সহ্য কৰি আছিল। ৰজা চন্দকোশ ইমানেই এলেহুৱা আছিল যে তেওঁ পৃথিৱী জয় কৰি উঠিও স্ত্ৰী-ৰাজ্যত প্ৰৱেশ নকৰিলে। উৎসাহীসকলৰ কাৰণে হিমালয় আৰু গন্ধমাদন পৰ্বতৰ কোনো প্ৰভেদ নাই। তুৰ্কী ৰাজ্যখন হাতৰ কাষতে, পাৰস্য ৰাজ্যতো এবেগৰ দূৰত্বতে, শকসকলৰ দেশ এখোজ আঁতৰতে, পাৰিয়াত্ৰ দেশৰ অভিযানেইতো ব্যৰ্থ হৈ গ'ল— কিয়নো তাত প্ৰতিৰোধ কৰিবলৈও কোনো নাছিল। —সামান্য আক্ৰমণেই যথেষ্ঠ আছিল। দক্ষিণাপথক বিক্ৰম দেখুৱাইয়ে জয় কৰিব পাৰি। দক্ষিণ সমুদ্ৰৰ ঢৌৰ বতাহত কম্পিত চন্দনলতাৰ সৌৰভ সুগন্ধিৰে ভৰি পৰে দুৰ্দ্দুৰ শৈল-পৰ্বত ; তাৰে কাষতে আছে মলয় পৰ্বত ; মলয় পৰ্বতক সংলগ্ন কৰি আছে মহেন্দ্ৰ পৰ্বতে।

ৰাজপুত্ৰসকলৰ এইবোৰ কথা শুনি শুনিয়েই হৰ্ষই পালেগৈ নিবাস স্থান আৰু তাৰ পিছত তেওঁ গৈ অন্তঃপুৰৰ সভা মণ্ডপত স্থাপন কৰি

থোৱা আসনত বিৰাজমান হ'ল।

## কুমাৰ ভাস্কৰবৰ্মাৰ দূত
## হংসবেগৰ আগমন আৰু সাক্ষাৎ

এনে সময়তে এজন দুৱৰী সোমাই আহি ৰজাৰ ওচৰত আঠু ল'লেহি আৰু মাটিত দুহাত থৈ নিবেদন কৰিলে, "মহাৰাজ প্ৰাগ্-জ্যোতিষপুৰৰ অধিপতি কুমাৰে হংসবেগ নামৰ এজন অন্তৰংগ দূতক মহা-ৰাজৰ ওচৰলৈ প্ৰেৰণ কৰিছে। তেওঁ ৰাজ-দুৱাৰত অপেক্ষা কৰি আছে।"

ৰজাই ততালিকে আদেশ দি ক'লে, "তেওঁক সোনকালে ইয়ালৈ লৈ আহা।" আদেশত সমাদৰ লক্ষ্য কৰি দুৱৰী ওলাই গ'ল আৰু হংসবেগক লগ ধৰিলেগৈ।

হংসবেগে ৰজাক সাক্ষাৎ কৰিবলৈ বিনয় সহকাৰে ৰাজকীয় ৰীতিৰে প্ৰৱেশ কৰিলেগৈ। লগত হৰ্ষৰ কাৰণে লৈ অহা সামগ্ৰীৰ বহনকাৰী লোকসকল। নয়ন জুৰোৱা সেই দূত (হংসবেগ)ৰ সুন্দৰ আৰু সুভদ্ৰ অবয়ৱ আছিল তেওঁৰ গুণ-গৰিমাৰেই অংশ। দূৰৰ পৰাই পাঁচোটা অংগেৰে ভূমি স্পৰ্শ কৰি ৰজাক প্ৰণাম কৰিলে আৰু ৰজাইও সসম্মানে তেওঁক আদৰণি জনাই ওচৰলৈ মাতি ক'লে, "আহক—আহক।"

হংসবেগেও বেগাই কাষলৈ আহি তেওঁৰ (ৰজাৰ) পাদপীঠত শিৰ লগাই সেৱা জনালে। ৰজাইও তেওঁৰ পিঠিত হাত বুলালে আৰু ৰজাৰ মৰমসনা দৃষ্টিত ওচৰতে থকা আসনত উপবেশন কৰিলে।

শৰীৰটো সামান্য বেঁকা কৰি সোঁমাজত থকা চোঁৱৰধাৰিণীক আঁতৰাই দি ৰজাই দূতজনৰ মুখামুখী হ'ল। শিষ্ট ভাষাৰে তেওঁ সুধিলে, "হংসবেগ, শ্ৰীমান কুমাৰ কুশলে আছেনে?"

উত্তৰত তেওঁ ক'লে, "মহাৰাজে ইমান চেনেহ আৰু সৌহাৰ্দ্য-পূৰ্ণ বিনম্ৰ কথাৰে সুধিছে যেতিয়া কওঁ যে তেওঁৰ (ভাস্কৰবৰ্মা) সৰ্বতো-প্ৰকাৰ কুশল।" অলপ পৰ নিৰৱ হৈ থাকি এইবাৰ তেওঁ দৃঢ়ভাৱে ক'লে, "চাৰিওখন সমুদ্ৰৰ ভোগ আৰু ঐশ্বৰ্য্যৰ পাত্ৰ মহাৰাজলৈ

অন্তৰভৰা সদ্‌ভাৱৰ বাহিৰে যথাযোগ্য দ্বিতীয় এবিধ উপহাৰ এইখন পৃথিৱীত আৰু নাই। তথাপিতো প্ৰীতি (সন্দেশ) অক্ষুণ্ণ ৰখাৰ কাৰণে আমাৰ প্ৰভুৱে পূৰ্ব পুৰুষসকলে উপাৰ্জন কৰি থৈ যোৱা 'আভোগ' নামৰ এই বাৰুণ আতপত্ৰ (বৰষুণৰ পানী গাত নপৰিবলৈ ব্যৱহাৰ কৰা ছত্ৰ) যোগাস্থানলৈ আগবঢ়াই কৃতাৰ্থ কৰিছে। কৌতূহলপূৰ্ণ বহুত আশ্চৰ্য্যৰে ই ভৰপূৰ। প্ৰতিদিনে চন্দ্ৰমাৰ সহস্ৰ কিৰণৰ পৰা এটি এটি ৰশ্মি ইয়াৰ মাজেৰে প্ৰৱেশ কৰি ছায়াক কৰি ৰাখে স্নিগ্ধ। বৰুণৰ নিচিনা যিসকল চাৰি-সাগৰৰ অধিপতি আছিল, আৰু আগলৈও হব, তেওঁৰ ওপৰতে পৰিব এই ছত্ৰৰ ছায়া। এই ছত্ৰক জুইয়েও পুৰিব নোৱাৰে, বায়ুৱেও উৰাই নিব নোৱাৰে, পানীয়েও নোৱাৰে তিয়াব; মলিন কৰিব নোৱাৰে ধূলিয়েও আৰু জীৰ্ণ কৰিব (ক্ষয় কৰিব) নোৱাৰে বাৰ্দ্ধক্যইও। মহাৰাজে অনুগ্ৰহ কৰি ছত্ৰটিলৈ দৃষ্টিপাত কৰিলে ভাল হয়। তাৰ পিছত অন্য সংবাদো শুনিব।"

মানুহজনে উঠি ছত্ৰটো ওপৰলৈ তুলি ধৰিলে আৰু ওপৰত মেৰিয়াই অন্য বগা বেচনী বস্ত্ৰৰ আবৰণ খুলি ছত্ৰটো উলিয়াই দিয়া মাত্ৰকে এনেকুৱা উজ্জ্বলতা পৰিভেদ হ'ল যেন সদাশিৱে অট্টহাস্য কৰি উঠিছে, অথবা পাতালৰ পৰা শেষনাগৰ ফণাবোৰ ওপৰলৈ উঠি আহিল, অথবা ক্ষীৰ সাগৰ চক্ৰাকাৰ হৈ আকাশত স্থিৰ হৈ পৰিল, অথবা শৰৎকালীন মেঘে আকাশ প্ৰাংগণত সভা পাতিবলৈ বহি লৈছে, নাইবা পিতামহ ব্ৰহ্মাৰ বাহন হংসবোৰে পাখি মেলি আকাশত জিৰণি লৈছে, নতুবা অত্ৰিৰ চকুৰ পৰা উৎপন্ন হোৱা চন্দ্ৰমাৰ শুভ্ৰ ৰশ্মিমণ্ডলতকৈও মনোহৰ জন্মদিন এটি দেখা গল। এনেহে লাগিছিল যেন বিষ্ণুৰ পদ্ম-নাভিৰ উদ্‌গমকাল প্ৰত্যক্ষভাৱে দেখা গল।

সকলোৱে চকুত আনন্দ---কৌমুদী মহোৎসৱ দেখা পোৱাৰ আনন্দ। বিশাল আকাশত যেন মন্দাকিনীৰ বালিময় পাৰৰ গোলাকাৰ খণ্ড ওপৰলৈ উঠি আহিছে নতুবা দিনটো যেন পূৰ্ণিমা-নিশালৈ ৰূপান্তৰিত হৈ গল। ওচৰৰ পদুম পুখুৰীত থকা মৃণালে যেন পৰস্পৰে আদান-প্ৰদান কৰি আছিল মদনানন্দত আৰু পিছত চন্দ্ৰোদয় হোৱা বুলি ভাবি ছুয়ো-ছুয়োৰে পৰা বিচ্ছিন্ন হ'ল; ঘৰত থকা ময়ুৰবোৰেও

শৰৎকালৰ মেঘ বুলি ভাবি সিংহৰ মুখৰ কে-কে ধ্বনি বন্ধ কৰি ওপৰৰ আকাশলৈ তুলি থকা মুখ ঘূৰাই নিলে, চন্দ্ৰক দেখি যেন পদুম ফুলে আনন্দত উল্লাসিত হৈ বিকশিত কৰি দিলে পাপৰি—পাপৰিও হৈ পৰিছে শুভ্ৰ।

হৰ্ষইও ওপৰলৈ চকু কৰি সেই বিশাল ছত্ৰটি চালে। দেখিলে সেই ছত্ৰ যেন ত্ৰিভুবনৰ তিলক, শ্বেত দ্বীপৰ শৈশৱ, শৰৎ কালৰ চন্দ্ৰমাৰ অংশ অৱতাৰ, ধৰ্মৰ প্ৰাণ আৰু চন্দ্ৰলোকৰ আয়তন। সেইটো যেন দাঁতৰ চমকণিত উজ্জ্বল হৈ পৰা চক্ৰৱৰ্তীৰ মুখ। ছত্ৰৰ চাৰিও-ফালে মণিমালা ওলমি আছিল স্বৰ্গলোকৰ কেশবিন্যাসৰ দৰে। মাজভাগত সিচঁৰিত হৈ আছিল জোনাক—যেন চন্দ্ৰমাৰ মণ্ডলৰ চৌকাষৰ বেৰ, নিজৰ শুভ্ৰতাৰে শংখৰ শ্ৰীকো কৰিছিল পৰিহাস, যেন ঐৰাৱতৰ অচঞ্চল, শ্ৰৱণমণ্ডল, উজ্জ্বল আছিল গংগাৰ হোমাগ্নিৰ সমান, আছিল যেন ভগবান বিষ্ণুৰ ত্ৰিভুৱন বন্দনীয় চৰণ, আছিল যেন বৰুণদেৱৰ শিৰত থকা ৰত্নৰ কিৰণ।

ছত্ৰৰ উপৰিভাগত অংকিত আছে পাখি মেলি থকা হংস; তাত যেন লখিমীৰ নুপুৰৰ ধ্বনি শুনাৰ আনন্দত নিশ্চল ৰাজ-চক্ৰৱৰ্তী। স্পৰ্শ কৰিলেই আনন্দ লাগি যোৱা মন্দাকিনীৰ পদুমৰ প্ৰভাৱত স্পন্দিত হৈ ফণা সংকুচিত কৰি বাসুকী নাগে যেন নিজেই ছত্ৰৰ দণ্ড হৈ পৰিছে। নিজৰ শুভ্ৰতাৰে যেন ধুই দিছে আকাশক, জ্যোতি প্ৰৱাহেৰে যেন প্লাৱিত কৰিছে আকাশক। সকলো মংগলৰ ওপৰত স্থান ইয়াৰ—যেন লক্ষ্মীদেৱীৰ শোভা-মণ্ডপ। যেন ব্ৰহ্মাৰ বৃক্ষ-শাখাত ফুলা ফুল, যেন জ্যোৎস্নাৰ নাভী মণ্ডল, যেন কীৰ্তিৰ হাঁহি, যেন খড়্গধাৰাৰ ফেন, যেন সাহস-যশস্যাৰ মূল।

ৰজা হৰ্ষই ছত্ৰটি চোৱাৰ পিছত ভৃত্যসকলে বাকী উপহাৰবোৰ এটা এটাকৈ উলিয়াই দেখুৱালে; সেইবোৰ আছিল ঃ

অলংকাৰ—জড়ীৰ কাম কৰা মহামূল্যবান ৰত্নবোৰ; এই ৰত্নৰ কিৰণত চৌদিশ ৰঙা হৈ পৰিছিল। ভগদত্ত আদি প্ৰসিদ্ধ ৰজাসকলৰ দিনৰে পৰা বংশানুক্ৰমে ব্যৱহাৰ হৈছিল এইবোৰ (ভিন ভিন লক্ষণ বা চিহ্নযুক্ত মোহৰেৰে তৈয়াৰ কৰা);

প্ৰভাদ্দীপ্ত উৎকৃষ্ট শ্ৰেণীৰ চূড়ামণি ( শিৰোভূষণ )--- ইয়াৰ পৰা দীপ্তিময় হৈ উঠিছিল সকলোবোৰ ;

বক্ষহাৰ—ক্ষীৰ সাগৰৰ শুভ্ৰতাৰ কাৰণ যেন হৈ পৰিছিল এই বক্ষহাৰ ;

ক্ষৌম (ৰেচমী) বস্ত্ৰ—বিভিন্ন ৰঙৰ নল-খাগৰীৰে তৈয়াৰ কৰা জপাত মেৰিয়াই অনা হৈছিল এই পৱিত্ৰ ক্ষৌম (ৰেচমৰ) বস্ত্ৰ ;

পান পাত্ৰ—মুক্তা, শংখ, নীলকান্ত মণি যুক্ত কৰি সুদক্ষ কাৰিকৰৰ দ্বাৰা নানাবিধ নক্সা কাটি তৈয়াৰ কৰা হৈছিল এইবোৰ পান পাত্ৰ ;

ছামৰাৰ ঢাল— ৰং সুৰক্ষিত কৰি ৰাখিব পৰা আৱৰণৰ মাজত উজ্জ্বল প্ৰভা বিকিৰণ হোৱাকৈ সোণৰ পাতেৰে ওথ-চাপৰকৈ কটা শৈলী ব্যৱহাৰ কৰি আৰু কাৰ্দৰংগ দ্বীপৰ পৰা আহৰণ কৰা অলঙ্কাৰ-যুক্ত অসংখ্য ছামৰাৰ ঢাল ;

গ্ৰন্থবন্ধন ( টঙালি ? )— ভূৰ্জপত্ৰৰ দৰে স্পৰ্শকোমল আছিল এই গ্ৰন্থবন্ধন ।

গাৰু - শিমলু তুলা অথবা চৰাইৰ পাখি বা কপাহ ভৰোৱা চিত্ৰাংকিত কৰি কৰা কোমল গাৰু ;

বেতৰ আসন - পিয়ংগু মঞ্জৰী ( ধুনীয়া ফুল )ৰ দৰে পীতবৰ্ণেৰে বোলোৱা আছিল এই বেতৰ আসন ;

পুথি—অগৰু গছৰ ছাল চেপেটা কৰি কৰা পাতত (সাঁচিপাতৰ তুল্য ) সুভাষিত কথা লিখা আছিল পুথি (গ্ৰন্থ)বোৰ ;

তামোলৰ থোক— পিংগল ( ৰঙা-হালধীয়া ) পটলৰ দৰে ৰঙীন আৰু হৰিৎ সেউজীয়া পখীৰ দৰে সেউজীয়া ( পকা আৰু কেঁচা ? ) আছিল তামোলৰ থোক ;

বাঁহৰ চুঙা—আমগছৰ সুবাসিত ৰস আৰু অগৰুৰ তেল ভৰোৱা আছিল বাঁহৰ ডাঙৰ ডাঙৰ চুঙাবোৰ ; এই চুঙাবোৰ খং উঠি থকা বান্দৰৰ গালৰ দৰে ৰঙচুৱা পাতেৰে মেৰুওৱা হৈছিল ; আৰু চুঙা-বোৰত ভৰোৱা আছিল ক'লা অগৰুৰ তেল ;

চন্দনৰ টুকুৰা— মৰাপাট ( নে ৰেচম ? )ৰ বস্তাত ভৰাই অনা আছিল ক'লা অগৰু কাঠ, অতিমাত্ৰা তাপ প্ৰশমিত কৰা গোশীৰ্ষ

নামৰ চন্দনৰ টুকুৰা ;

কর্পূৰৰ টুকুৰা—বৰফৰ নিচিনাকৈ শীতল, স্বচ্ছ আৰু শুভ্ৰ আছিল কর্পূৰৰ টুকুৰাবোৰ ;

কস্তুৰীৰ মোনা—কস্তুৰী মৃগৰ নাভীৰে তৈয়াৰ কৰা আছিল কস্তুৰীৰ মোনাবোৰ ;

কক্কোল পল্লৱ—কক্কোলৰ পকা ফলেৰে সৈতে কক্কোল পল্লৱ ;

জায়ফলৰ থোপা—লবংগ পুষ্পৰ মঞ্জৰীৰে আছিল জায়ফলৰ থোপা আৰু গোছা-গোছাকৈ অনা জায়ফল ;

সুৰাৰ কলহ—মদিৰাৰ মধু গোন্ধ বিয়পোৱা ৰসৰ উল্লক (এবিধ সুৰা) ভৰোৱা অসংখ্য কলহ।

আকৌ এইবোৰৰ লগতে আছে বগা আৰু ক'লা ৰঙৰ অলেখ চোঁৱৰ, ছবি আঁকিবলৈ বহুত ফলক আৰু খোদিত বাকছ ( পেৰা ? ) —য'ত ভৰোৱা আছিল তুলিকা আৰু ৰং ৰাখিবলৈ সৰু সৰু লাউ।

কৌতুকৰ সৃষ্টি কৰিব পৰা মুকুতাৰে কৰা বিভিন্ন পশু-পক্ষী —যেনে ডিঙিত সোণৰ শিকলিৰে বন্ধা কিন্নৰ মিথুন, বন-মানুহ এযোৰ, 'জীৱঞ্জিৱক' চৰাই, দুটা জল-মানুহ, ঘৰে ঘৰে বিচৰণ কৰিব পৰা চামৰ মৃগী, চাৰিওফালে সুগন্ধ বিয়পোৱা কস্তুৰী মৃগ, চামৰী গাই, সোণালী ৰং খটোৱা বাঁহৰ পিঁজৰাত অনেক ধৰণৰ সুললিত মাত মতা ভাটৌ আদি চৰাই, পোৱাল মণিৰে সজা পিঁজৰাত ৰখা চকোৰ আদি চৰাই আৰু জলহস্তীৰ কুমত উৎপন্ন হোৱা মুকুতা লগোৱা হাতীদাঁতৰ কুণ্ডল।

ছত্ৰটি দেখা পাই ৰজাৰ হৃদয় প্ৰসন্নতাৰে উপচি পৰিল ; যাত্ৰাৰ আৰম্ভণীতে এইটো এটা শুভলক্ষণ বুলি গ্ৰহণ কৰিলে। আনন্দেৰে তেওঁ হংসবেগক ক'লে,

"ভাণ্ডৰীয়া, সকলো ৰত্নৰ সমুদ্ৰৰ পৰা লাভ কৰা আৰু কেৱল মহাদেৱ অথবা সাৰ্বভৌম নৃপতিৰ শিৰৰ ওপৰতহে ধাৰণৰ যোগ্য এই ছত্ৰটি। মহাচ্ছত্ৰটি কুমাৰৰ পৰা লাভ কৰি মই আচৰিত হোৱা নাই। লোকৰ উপকাৰ কৰিব পৰা শিক্ষাকেই মহাপুৰুষসকলে দি গৈছে।"

উপহাৰৰ সামগ্ৰীবোৰ তাৰ পৰা লৈ যোৱাৰ পিছত মহাৰাজ হৰ্ষই অলপ পৰ নিৰৱে থাকি হংসবেগক ক'লে,

"আপুনি বিশ্ৰাম লওক।" এইবুলি কৈ তেওঁক প্ৰতিহাৰ-ভৱনলৈ পঠাই দিলে আৰু নিজে গা ধুই উঠি মংগল কামনাৰে 'আভোগ' নামৰ ছত্ৰটিৰ ছায়াত প্ৰৱেশ কৰিলেগৈ।

ৰজাই এনেকুৱা শীতলতা অনুভৱ কৰিলে যেন চন্দ্ৰৰ সকলো জ্যোতি-কণা ঘণীভূত হৈ আহি ৰজাৰ চূড়ামণি হৈ পৰিছে, যেন চন্দ্ৰকান্ত মণিবোৰৰ পৰা ওলোৱা জলবিন্দুৱে তেওঁৰ কপালত চুমা খাইছে, তেওঁৰ চুচকুত লাগিছেহি যেন কর্পূৰৰ অঞ্জন, বৰফৰ সৰু-সৰু টুকুৰাবোৰ যেন গঠা হৈছে হাৰৰ নিচিনাকৈ, যেন তেওঁৰ বুকুৰ ওপৰত হৰিচন্দনৰ ৰস বৰ্ষিব লাগিছে, পদুমেৰে পূৰ্ণ হৈ যেন হৃদয়খন হৈ গ'ল অত্যন্ত শীতল আৰু গোটেই দেহাটো অদৃশ্যভাৱে গলি অহা বৰফে যেন মচি দিছেহি। অতি বিস্ময়াভিভূত হৈ ৰজাই মনে মনে চিন্তা কৰিলে—অক্ষয় বন্ধুতা অবিহনে এইবোৰ উপহাৰ লাভ কৰা নাযায়; এই উপহাৰৰ প্ৰতিদান কি হব পাৰে?

ভোজনৰ সময়ত ৰজাই হংসবেগৰ কাৰণে নিজে গাত সনা চন্দনৰ অৱশিষ্ট ( এটা নাৰিকলৰ পাত্ৰত কাপোৰেৰে মেৰিয়াই ), নিজৰ হাতেৰে চুই দিয়া দুখন পিন্ধা কাপোৰ, শৰৎকালীন তৰাৰ আকৃতিৰ মণিগঠা 'পৰিৱেশ' নামৰ কঁকাল বন্ধা, অতি মূল্যবান পদ্মৰাগ মণিৰ জ্যোতিতকৈও লালিমা সম্পাদক 'তৰংগক' নামৰ কুণ্ডল আৰু নানাবিধ খোৱা বস্তু পঠিয়াই দিলে।

ইয়াৰ পিছত ৰজাই গা ধুবলৈ নামিলগৈ পশ্চিম সমুদ্ৰত। এনেহে লাগিছিল যেন আভোগ ছত্ৰ পোৱাৰ বিৱৰণী বৰুণদেৱক দিবৰ বাবে সূৰ্য্য পশ্চিম দিশলৈ গৈছে। পানীৰ পদুম মুকুলিত হবলৈ ধৰিলে— যেন ৰজাৰ যুদ্ধ-যাত্ৰাৰ সময়ত পৃথিৱীয়ে হাতত অঞ্জলি লৈ থিয় দি আছে, অঞ্জলিবদ্ধ সন্ধ্যাৰাগ যেন ব্যাপ্ত হ'ল সংসাৰৰ লোকে প্ৰণাম কৰিবৰ বাবে, ৰজা হৰ্ষৰ প্ৰতি যেন বিস্তৃত হৈছে অনুৰাগ, গৌড়ৰ ৰজাৰ অপৰাধৰ বাবেই যেন ক'লা হৈ গৈছে পূৰ্বদিশ; অন্ধকাৰ বাঢ়ি গৈ আছে— পৃথিৱীৰ কালিমাও যেন ব্যাপ্ত হৈ গৈ আছে আৰু

পৃথিৱীৰ অন্যৰজাসকলৰ প্ৰতাপাগ্নি যেন নিৰ্বাপিত হৈ গৈ আছে। বিকশিত তৰাফুলৰ নিচিনাকৈ আকাশে উজ্জ্বল তৰাবোৰক এনেভাৱে মেলি দিলে যেন ৰজাৰ সান্ধ্যকালীন সভা-মণ্ডপত ফুটি উঠা ফুলদানীহে।

শিবিৰৰ গন্ধ গছবোৰৰ মদগন্ধ পাই ধাৱিত হোৱা ঐৰাৱতৰ খোজৰ ধূলিয়ে সৃষ্টি কৰা আকাশ-পথ যেন বগা হৈ গল। ব্যাঘ্ৰ ৰজাৰ আক্ৰমণৰ খণ্ডতে ৰোহিনীৰ প্ৰেমিকে যেন ইন্দ্ৰৰ আবাস এৰি পূৰ্বদিশ পৰিত্যাগ কৰি আকাশখনৰ তললৈ নামি গৈছে। সম্ভ্ৰমী নাৰী-সকলৰ হৃদয়-বিদাৰক চন্দ্ৰমাৰ কিৰণমালাই যেন সৈন্য-সামন্তৰ বিদায়ৰ বতৰাৰ দৰে দশোদিশ বিয়পি গ'ল।

চন্দ্ৰতাপৰ তলত বহি ৰজা হৰ্ষই ভৃত্যসকলক তাৰ পৰা বিদায় দি হংসবেগক ক'লে, "খবৰ কঁওক।"

হংসবেগে ৰজাক প্ৰণাম কৰি কবলৈ ধৰিলে,

"মহাৰাজ, প্ৰাচীন কালত মহাবৰাহৰ সংযোগত (ঔৰষত গৰ্ভৱতী হৈ পৃথিৱীয়ে নৰক নামৰ এটি পুত্ৰ সন্তানক জন্ম দিলে। শিশু হলেও লোকপালসকলৰ মুকুটমণি এইজন বীৰৰ (নৰকৰ) চৰণ সেৱাত অনুৰক্ত আছিল। এওঁৰ পদুম পুখুৰীত থকা চক্ৰবাকৰ খণ্ডাল কটাক্ষ দৃষ্টিত ভয়াৰ্ত সাৰথিয়ে ৰথ ঘূৰাই নিবলৈ যত্ন কৰিলেও তেওঁৰ (নৰকৰ) আজ্ঞা অবিহনে উদয় হোৱা বা অস্ত যোৱা কাম কৰিব নোৱাৰিছিল। নৰকাসুৰে বৰুণৰ বাহিৰৰ হৃদয় যেন এই ছত্ৰটি হৰণ কৰি নিছিল। সেইজন পৰাক্ৰমী পুৰুষৰ বংশত ভগদত্ত, পুষ্পদন্ত আৰু বজ্ৰদত্তৰ দৰে মেৰুসদৃশ ৰজাৰ উপৰিও মহাভূতিবৰ্মাৰ নাতিয়েকৰ পুতেক চন্দ্ৰমুখবৰ্মাৰ নাতিয়েক (পুতেকৰ পুতেক) আৰু কৈলাসবাসী মহাৰাজ স্থিতিবৰ্মাৰ পুতেক জগতখ্যাত সুস্থিৰবৰ্মা নামৰ মহাৰাজাধিৰাজে জন্ম গ্ৰহণ কৰে। এই তেজস্বী ৰজাজন মৃগাংক নামেৰে জনাজাত হৈছিল। তেওঁৰ যেন জন্ম হৈছিল অগ্ৰজসকলৰ গৌৰৱৰ ফলস্বৰূপে। বাল্য-কালতে তেওঁ হৰ্ষচিত্তেৰে দান কৰিছিল ব্ৰাহ্মণক আৰু তাৰ বিপৰীতে তেওঁ ঘিণ কৰিছিল শত্ৰুপক্ষক। লৱন-সমুদ্ৰৰ পৰা উৎপন্ন হোৱা যশস্যাৰ নিচিনাকৈ তেওঁৰ ৰাজত্ব আছিল মহিমামণ্ডিত। শত্ৰুৰাজ-সকলৰ পৰা তেওঁ নিছিল শংখৰাজি—তেওঁলোকৰ ৰত্নৰাজি নহয়,

পৃথিৱীৰ স্থিৰতা নিছিল—কিন্তু নিয়া নাছিল কৰ, সম্ৰাটসকলৰ মৰ্য্যাদা ক্ষুণ্ণ কৰিছিল—কিন্তু কঠোৰ নহৈছিল। সেই ৰজাৰ প্ৰাতঃস্মৰণীয় মহিষী আছিল শ্যামাদেৱী। তেওঁৰ গৰ্ভতে জন্ম গ্ৰহণ কৰিলে গংগাৰ পৰা সান্তনুৰ পুত্ৰ ভীষ্মৰ নিচিনা তেজস্বী ভাস্কৰদ্যুতি নামৰ পুত্ৰ—যাৰ দ্বিতীয় নাম হ'ল ভাস্কৰবৰ্মা। শৈশৱতে তেওঁ প্ৰতিজ্ঞা কৰিছিল—"ভগৱান শিৱৰ চৰণ অবিহনে মই আৰু অন্য কাৰো চৰণ সেৱা নকৰোঁ।" ত্ৰিভুৱনত দুৰ্লভ এনেহেন মনস্কামনা সিদ্ধ হব পাৰে তিনি প্ৰকাৰে—ত্ৰিভুৱন বিজয় কৰি অথবা মৃত্যুৰে, অথবা প্ৰচণ্ড প্ৰতাপ অগ্নিৰে চৌদিশ দাহনৰ ক্ষমতা থকা বীৰৰ লগত মিত্ৰতা স্থাপন কৰি। সাধাৰণতে পৰম্পৰৰ মাজত উপকাৰৰ কৰ্মৰ দ্বাৰা ৰজাসকলৰ মাজত মৈত্ৰী হয়; উপকাৰ কৰিব পৰা কৰ্মঃহ আৱশ্যক। মিত্ৰতা পাব পৰা সাম্ভাব্য কৰ্মবোৰ কেনেকুৱা? কেৱল যশ সঞ্চয় কৰাত অনুৰাগী মহাৰাজৰ কাৰণে ধনৰ ইচ্ছা অতি তুচ্ছ। আপুনিতো অকল নিজৰ বাহুবলৰ ওপৰতে নিৰ্ভৰ কৰে; আপোনাৰ নিজৰ শৰীৰৰ কোনো অংগইও সহায় কৰিবলৈ অৱসৰ নাপায় যেতিয়া বাহিৰা মানুহৰ কথা ইয়ালৈ ননাই ভাল। যিজনৰ লোভ চাৰিও সমুদ্ৰৰ গোটেইখিনি আধকাৰ কৰাৰ তেওঁক মাত্ৰ এভাগ—ভূমি দিলেই জানো সন্তুষ্ট হব? এজনী সুন্দৰী কন্যা আপোনাক দান কৰিব খোজাতো হব বিফলকাম; কিয়নো আপুনি ইতিমধ্যে লক্ষ্মীৰ মুখকমল দৰ্শন কৰি তন্ময় হৈ আছে। এনেধৰণৰ বস্তু উপস্থাপন কৰিব খুজিলেও আপোনাৰ প্ৰয়োজনৰ ভিতৰত নপৰে; মই মাত্ৰ অনুৰোধ কৰো মহাৰাজে যেন কেৱল অনুৰোধ বুলিয়েই শুনে: প্ৰাগজ্যোতিষেশ্বৰে কোনো কাহানিও অন্ত নপৰা বিধৰ মিত্ৰতা কৰিব খোজে—ঠিক তেনে মিত্ৰতা—যি মিত্ৰতা আছিল মহাদেৱৰ লগত একলিংগৰ (কুবেৰৰ), দশৰথৰ লগত দেৱৰাজ ইন্দ্ৰৰ, কৃষ্ণৰ লগত ধনঞ্জয়ৰ (অৰ্জুনৰ), দুৰ্য্যোধনৰ লগত বৈকৰ্তনৰ (কৰ্ণৰ) আৰু মাধৱমাস (বসন্তৰ)ৰ লগত মলয়া বতাহৰ। মহাৰাজৰ হৃদয়ে যদি হৃদয় কামনা কৰে আৰু মিত্ৰই মিত্ৰতাৰ অন্য এক পৰ্য্যায় বুলি সেৱাকৰ্ম কৰে বুলি উপলব্ধি কৰে তেনেহলে মহাৰাজে নিৰৱ হৈ থাকিব কিয়? মহাৰাজে মোক কবলৈ

আজ্ঞা দিয়ক—কামৰূপৰ অধিপতিৰ লগত মহাৰাজৰ আন্তৰিক মিলন হওক—ঠিক বিষ্ণুৰ কেয়ুৰমণিত বাঁহনি খাই কংকণমণিৰ লগত মন্দৰ পৰ্বতৰ আলিংগণ অনুভূত হোৱাৰ নিচিনাকৈ। প্ৰাগ্‌জ্যোতিষৰ অধি-পতিৰ ৰাজলক্ষ্মী তৃপ্ত নোহোৱালৈকে নিৰন্তৰ লাৱণ্য আৰু সৌভাগ্যৰ অমৃতে আপোনাৰ দৃষ্টিক তৃপ্তিদান কৰক। আৰু যদিহে মহাৰাজে তেওঁৰ (ভাস্কৰবৰ্মাৰ) প্ৰণয় গ্ৰহণ নকৰে, তেনেহলে মই মোৰ প্ৰভুক কি বুলি কমগৈ এই কথা কলেও ভাল হয়।"

কুমাৰৰ শ্ৰেষ্ঠ গুণাৱলীৰ বিষয়ে আগেয়ে জ্ঞাত হৈ আছিল শ্ৰীহৰ্ষ; তেওঁ হংসবেগৰ মুখৰ পৰা আকৌ নতুন কথাবোৰ শুনি কুমাৰৰ প্ৰতি অধিক শ্ৰদ্ধাভাজন হ'ল। সেই শ্ৰদ্ধা আৰু স্নেহৰ লগত আভোগ ছত্ৰৰ বিষয়টোৱে তেওঁৰ শ্ৰদ্ধাক আৰু মহত্তৰ কৰি তুলিলে। যথাযথ সন্মান প্ৰদৰ্শন কৰি তেওঁ ক'লে,

"এনেহেন মহাত্মা, মহাকুলীন (মহৎলোক), পূণ্যৰাশি গুণীসকলৰ শ্ৰেষ্ঠ, পৰোক্ষ মিত্ৰ কুমাৰৰ চেনেহ দৰ্শন কৰাৰ পিছত মোৰ মনলৈ জানো অন্য ভাৱ আহিব পাৰে? সমস্ত বিশ্বক দাহন কৰিব পৰা সূৰ্য্যৰ তেজ ত্ৰিভুৱনৰ নয়নক আনন্দ দিয়া পদুমবোৰত পৰি শীতল হৈ যায়। কুমাৰৰ অলেখ গুণৰ দ্বাৰা যেতিয়া মই বেচা গৈ আছো তেনেস্থলত তেওঁৰ মিত্ৰতা লাভ কৰাৰ অধিকাৰেইবা মোৰ ক'ত? সজ্জনসকলৰ মধুৰ স্বভাৱৰ কাৰণে সকলোৱে তেওঁৰ দাস হৈ পৰে। নিতান্তই স্বচ্ছ স্বভাৱৰ পদুম ফুল নিৰ্মল হৃদয় পদুমৰ সদৃশ; গতিকে বিকাশৰ কাৰণে (পদুমে) জানো চন্দ্ৰমাৰ ওচৰত অনুৰোধ কৰে? কুমাৰৰ অভিপ্ৰায়েই অতি সুন্দৰ। তেওঁ নিজে বীৰ্য্যবান আৰু ধনু-ৰ্ধাৰী: মই যেতিয়া তেওঁৰ মিত্ৰ হৈ আছো তেতিয়া একমাত্ৰ মহাদেৱত বাহিৰে তেওঁ কাৰ ওচৰত মূৰ নত কৰিব? তেওঁৰ এনেহেন সংকল্পৰ কাৰণে মোৰ প্ৰীতি আৰু বাঢ়ি গল। অভিমানী সিংহ পশু হলেও তাক আমি মৰ্য্যাদা দিওঁ; তেনেহলে সুহৃদয়ৰ প্ৰতি সমাদৰ নহব কিয়? আপুনি উভতি গৈ চেষ্টা কৰিব যাতে কুমাৰৰ দৰ্শন পাবলৈ মোৰ উৎকণ্ঠা দীৰ্ঘদিনলৈ বাঢ়িবলৈ দি যেন কষ্ট নিদিয়ে।

হংসবেগে নিবেদন কৰি ক'লে, "এতিয়া আৰু অন্য কষ্ট কি

হব? আপুনি ঠিকেই কৈছে—সৎ লোকে নিজৰ সেৱালৈ ভয় কৰি থাকে। ইয়াৰ উপৰি অহংকাৰৰ ধনেৰে ধনী বৈষ্ণৱ বংশতো আছেই। আমাৰ স্বামীৰ (কুমাৰৰ) বংশৰ কথা নকলেও মহাৰাজে নিজে মন কৰিলে ভাল হয় - অতি বৃদ্ধা দুৰ্দশাগ্ৰস্তা মাতৃৰ নিচিনাকৈ অত্যধিক দুৰ্গতিয়ে মানুহক দাস বৃত্তিলৈ ঠেলি দিয়ে অসন্তুষ্টি আৰু ধনৰ লোভে মানুহক অসন্তুষ্টা গৃহিণীৰ দৰে কৰি তোলে, দুষ্ট পুত্ৰৰ দৰে যৌৱনজনিত নানাবিধ কামনাৰে অসৎ সংকল্পই তেওঁক আকুল কৰি তোলে × × × দুষ্ট বন্ধুজনৰ দৰে সকলো কু-গ্ৰহই আহি তেওঁৰ ঘৰ সোমাই তেওঁক দাসত্ব কৰ্মত লগাবৰ যত্ন কৰে। পুৰণি হৈ গলে পিণ্ড উদ্ধাৰ কৰিব নোৱাৰাৰ দৰে পূৰ্বজন্মৰ পাপ কামবোৰে তেওঁৰ পিছ লয়। পাপৰ ভয়ত তেওঁৰ গোটেই শৰীৰক গোবৰৰ জুইয়ে তিলতিলকৈ পোৰাৰ নিচিনাকৈ তেওঁক দাসত্বৰ কামত ন্যস্ত হবলৈ বাধ্য কৰে। দেহেৰে শক্তিহীন সেইজনৰ হৃদয়ত বিষয়-ভোগৰ আসক্তি হয়; প্ৰথমতে বাট-ঘৰত প্ৰৱেশ কৰাৰ লগে লগে দ্বাৰত থকা দুৱৰীবোৰে তেওঁক বন্দী কৰি ৰাখে আৰু বন্ধনমালা (সৰমালা)ৰ কোমল পাতৰ নিচিনাকৈ তাতেই জঁয় পৰি যায়। নিৰ্য্যাতিত হৈও যদি কেনেবাকৈ ভিতৰ সোমায়গৈ তেতিয়া তেওঁৰ ওপৰত পৰে হৰিণাৰ নিচিনাকৈ অন্য মানুহৰ কোব অথবা ঘুচিয়াই ধকিয়াই বাহিৰলৈ খেদি দিয়ে। মাটিত পুতি থোৱা দৌলতৰ ওপৰত পুতি দিয়া গছৰ ডাল তলফালে হালি যোৱাৰ দৰে ধন ঘটিবলৈ ইচ্ছা কৰা মানুহে তললৈ মুখ কৰি থাকে। তেওঁৰ কামনা যিয়েই নহওক কিয়—ৰাজকুলৰ ভিতৰলৈ সোমাই গলে তেওঁক এনেদৰে উলিয়াই দিয়া হয় —যেন ধনুৰ্ধৰ যোদ্ধাই ধনুৰ কাড়পাত কাণলৈকে টানি তীব্ৰ বেগত এৰি দিয়ে।"

"অসময়ত উপস্থিত হোৱা কামদেৱক মহাদেৱে চকুৰ জুইৰে ভস্মীভূত কৰিছিল। কিন্তু কামাসক্ত নোহোৱাকৈ থকা অৱস্থাত দাস-জনৰ আগমন হ'লে ৰজাৰ খং উঠে আৰু অগ্নিদৃষ্টিৰে তাক পুৰি পেলায়। দাসসকলে বিনাশৰ মুখত পৰিও আৰু প্ৰভুৰ গালি-শপনি শুনিও বান্দৰৰ দৰে মুখৰ লালিত্য বজাই ৰাখিব লগা হয়, ভৰিৰে কপাল ঘঁহি থাকিব লগা হয়—যেন ব্ৰহ্মহত্যা পাপৰ পাপী, যেন

অশুচি। ত্ৰিশংকুৰ নিচিনাকৈ স্বৰ্গ-মৰ্ত্য দুয়ো লোকৰ পৰা ভ্ৰষ্ট হৈ সদায় তললৈ মূৰ কৰি থাকে। একোচা ধাঁহৰ কাৰণেই ঘোঁৰাই আৰোহীক দিয়ে স্বাচ্ছন্দ্য; সেইদৰে ৰজাৰ দাসে অন্ন লাভৰ বশত নিজে সুখৰ পৰা বঞ্চিত হয়। অনশন কৰি জৰাজীৰ্ণ হোৱা মানুহৰ দৰে তাৰ অন্তৰত থাকে মৰণৰ ইচ্ছা। নিজৰ পত্নীৰ পৰা কুকুৰৰ দৰে পৰাঙ্মুখ হৈ নিজৰ শৰীৰত কঁপনি তোলে আৰু নীচ কৰ্মত প্ৰবৃত্ত হৈ নিজকে নিজে ধিক্কাৰ দিয়ে। × × × কৃত্ৰিম কথাৰে ৰজাৰ অনুগত যেন দেখুৱায়। তেওঁ নকৰা একোৱেই নাই—তেওঁ ভূত খেদা ৰজা বেজৰ প্ৰভাৱত পৰে, বেতালৰ দৰে পৰে ৰজাৰ প্ৰভাৱত। ছবিত থকা ধনুৰ গুণত লগাই দিয়া কাড়ক লৈয়েই তল-মূৰ হৈ থক জনে সেই কাড় কেতিয়াও মাৰিব নোৱাৰে; ঠিক তেনেকৈয়ে দাস এজনে মাথোন ব্যস্ত হয় মিছা প্ৰশংসাত- নিজে একো কৰিব নোৱাৰে। বাঢ়নিৰে সাৰি একেলগ কৰা জাবৰৰ দৰে সেইবোৰ মানুহ শ্ৰীহীন—প্ৰভুসকলৰ অৱশিষ্ট দ্ৰব্যক লৈয়ে সিবোৰ সদায় তুষ্ট। কফ ৰোগীয়ে কটু ৰস খাই কষ্ট পাই থকাৰ দৰে সদায় প্ৰভুসকলৰ কুবাক্য শুনি দুখ কৰি থাকে। সেৱা-কৰ্মত ব্ৰতী হৈ থাকিও টকা পইচা নাপাই সিহঁতৰ জন্মে বৈৰাগ্য, বৈৰাগ্যতে বুদ্ধৰ নিচিনাকৈ গেৰুৱা বস্ত্ৰধাৰণৰ ইচ্ছা হয়। কাৰোবাৰ মৃত্যুত অশৌচ খটা মানুহৰ দৰে সিহঁতে মাটিতে শুব লগা হয় নাইবা খেৰৰ বিচনাত অতি কষ্টত সময় নিৰ্বাহ কৰিব লগা হয়। দীনতাৰ কাৰণে কেৱল প্ৰভুৰ চৰণকে সেইবোৰে স্পৰ্শ নকৰে। প্ৰতিটো কথাতে প্ৰভুৰ চৰণত পৰিবলৈ সাজু হৈ থাকে, প্ৰতিহাৰৰ লাঠিৰ কোবলৈ ভয় নাইকিয়া হয়, লাজ নাইকিয়া হয় আৰু নাইকিয়া হয় অভিমান। অৰ্থ উপাৰ্জন কৰিবলৈ গৈ অৰ্জন কৰে মাথোন দুখ আৰু অপমান, আৰু তাকেই উন্নতি বুলি ধাৰণা কৰে। সন্মুখত সুবাসিত পানী—অথচ তাৰ মৃগতৃষ্ণা, ৰূপবান হৈও ছবিৰ ফুলৰ নিচিনা তাৰ ৰূপৰ কোনো মূল্য নাই, জ্ঞানী হৈও প্ৰভুৰ সন্মুখত মূৰ্খ।

নিজৰ সমান লোকৰ উন্নতিৰ ইৰ্ষাত তাৰ অন্তৰ্দাহ হয়, নিম্ন পদত থকাজন তাৰ সমকক্ষ হলে সি সহিব নোৱাৰা হয়, অপমানিত

হ'লে নিজে তৃণৰ দৰে তলমূৰ হয়। দুখৰ অনলে দগ্ধ কৰি থাকে তাক। × × × গৌৰৱহীন হৈ তললৈ নামে, তাৰ সত্বাই তাক এৰি যায়, তথাপিতো সি নিজেই নিজৰ মঙহ বিক্ৰী কৰে, সুৰাদি নিচাযুক্ত বস্তুৰ পৰা আঁতৰত থাকিলেও নিজৰ কৰ্মৰ অধিকাৰৰ পৰা নিজে বঞ্চিত হব লগা হয়, যোগী নোহোৱাকৈও নিজৰ অন্তৰাত্মাৰ চিন্তাত ( অনৰ্থক চিন্তাত ) মগ্ন হৈ থাকে × × ×, বংশৰ কুলাংগাৰ হৈ পৰে। মানুহৰূপী এই পশুটিয়ে এডাল তৃণ পালেও মূৰ নত কৰে— কেৱল পেটটোৰ কাৰণেহে তাৰ জন্ম, মাংসপিণ্ড হৈ থকা সেইজন মানুহ গৰ্ভৰোগ মাত্ৰ। সদায় পুণ্যহীন কৰ্ম আচৰণ কৰি অহা মানুহ-জনে কোনজন মৃতকৰ প্ৰায়শ্চিত্ত ( সংকাৰ ? ) কৰিব ? ক'লৈ গলে শান্তি পাব সি ? অভিমান বোলা বস্তুটো কেনেকুৱা ? বিলাস কি ? সুখ-ভোগৰ কামনা আকৌ কেনেকৈ হয় ? 'দাস' বোলা আখ্যাৰ শব্দটিয়ে তাক পেলাই থৈছে একেবাৰে নীচ স্থানত। দাসত্ব কৰি অৰ্জা ধন-ঐশ্বৰ্য্য বিনষ্ট হওক—হাতযোৰ কৰি নমস্কাৰ কৰোঁ তেনেকুৱা সুখক, আঁতৰত থাকক তেনেকুৱা লক্ষ্মী, সেই বাগাড়ম্বৰৰ পৰা জীৱনে ৰক্ষা পাওক। ৰাজসেৱক এনেহে তপস্বী যে ক্ৰোধান্বিত হৈও শাও দিব নোৱাৰে বা প্ৰসন্ন হৈও কাকো অনুগ্ৰহ কৰিব নোৱাৰে। সেইবোৰ মিঠা মিঠা কথা কোৱা নপুংসক। সেইবোৰ দুৰ্গন্ধৰে ভৰা মঙহৰ পোক—হিচাপত নপৰা কুন্দ্ধচ মানুহ। অন্যলোকৰ ভৰিৰ ধূলিৰে তাৰ মূৰ হয় ধূসৰ ; কিন্তু আচলতে সি চলা-ফিৰা কৰা পাদপীঠহে। ক্ষণ চাই প্ৰভুৰ সম্মুখত কথাৰ সুৰ বদলোৱা নৰকোকিল, শুনিবলৈ ভাল লগাকৈ শব্দ কৰা ময়ুৰ পখী, নীচ তোষামোদকাৰী কুকুৰ, কেৱল মূৰ সঞ্চালন কৰা তেজপিয়া × × × শাৰীৰিক বন্ধনৰ দুখ সহ্য কৰা বেশ্যা, সত্ত্ববান ( ব্যক্তিত্বসম্পন্ন ) লোকৰ মাজত সি অসাৰ ধানখেৰ × × × লাঠীৰ কোব খোৱাত অভ্যস্ত বীণাদণ্ড। দাসসকলক যদি মানুহৰ লেখত লব লাগে তেন্তে ঢোৰাসাপকো সাপ বুলি মানিব লাগিব, পতানকো ধান বুলি মানিব লাগিব। মান্য ব্যক্তিৰ কাৰণে ক্ষন্তেকৰ কাৰণে হলেও গৌৰৱ লাভ কৰা জীৱন মহৎ ; আনহাতে প্ৰশান্ত-চিত্ত মানুহৰ বাবে মূৰ নত কৰি ত্ৰৈলোক্যৰ সাম্ৰাজ্যৰ

ভোগও কাম্য নহয়। সেইকাৰণে যদি মহাৰাজে আমাৰ প্ৰণয়-প্ৰীতি স্বীকাৰ কৰে তেন্তে মহাৰাজে জানিব যে অতি অলপ দিনৰ ভিতৰতে প্ৰাগজ্যোতিষেশ্বৰ ইয়ালৈ আহিব।"

এইখিনিকে কৈ তেওঁ (হংসবেগ) নীৰৱ হ'ল আৰু অলপ পিছতে ৰজাক নমস্কাৰ কৰি তাৰ পৰা বাহিৰলৈ ওলাই আহিল।

## হংসবেগৰ বিদায় গ্ৰহণ আৰু ৰজাৰ যুদ্ধযাত্ৰা

হৰ্ষই সেই নিশাটো অতিবাহিত কৰিলে কুমাৰৰে সাক্ষাৎ হোৱাৰ আগ্ৰহেৰে। আত্ম-দৰ্শন কৰাটোৱেই হৈছে মহাপুৰুষসকলৰ মূলমন্ত্ৰ-ৰহিত বশীকৰণ। ৰাতিপুৱা ৰজাই তেওঁৰ প্ৰধান দূতজনৰ হাতত পঠাই দিলে প্ৰভূত পৰিমাণৰ উপঢৌকন কুমাৰৰ বাবে আৰু তাৰ পিছত হংসবেগেও তাৰ পৰা বিদায় লৈ প্ৰস্থান কৰিলে। হৰ্ষবৰ্ধনেও তেওঁৰ শত্ৰুপক্ষৰ লগত যুদ্ধযাত্ৰা চলাবলৈ আৰম্ভ কৰিলে নেৰা-নেপেৰাকৈ।

এদিন এজন পত্ৰবাহকে আৰু খবৰ দিলেহি যে হৰ্ষবৰ্ধনৰ সৈন্যসকলে মালৱৰ ৰজাক পৰাজিত কৰিছে আৰু সৈন্যবিলাকক বন্দী কৰি ভণ্ডিয়ে লৈ আহিছে। খবৰ শুনিয়েই হৰ্ষৰ পুনৰ্বাৰ জ্বলি উঠিল ভ্ৰাতৃ-শোকৰ অগনি। তেওঁ ভণ্ডিক লগ পাবলৈ ব্যাকুল হৈ পৰিল—ঠিক যেন তেওঁ মূৰ্চাৰ অন্ধকাৰৰ মাজত সোমাই পৰিছে। তেওঁ অন্যান্য ৰাজন্য-বৰ্গ আৰু ৰাজ-অন্তেষপুৰৰ লোকসকলৰে সৈতে ভণ্ডিৰ আগমনলৈ বাট চাই ৰল।

কিছুসময় পিছত ভৃত্যৰ দ্বাৰা পৰিৱেষ্টিত হৈ ঘোঁৰাৰ ওপৰত উঠি ৰাজদ্বাৰত উপনীত হল ভণ্ডি। তেওঁৰ সাজপাৰ লেতেৰা, বুকুত শত্ৰুপক্ষৰ বাণৰ আঘাতৰ চিন—যেন কঠিন লোহাৰ গজালৰ আঘাতত হৃদয় বিদীৰ্ণ নোহোৱাকৈহে আছে। বুকুলৈকে ওলমি পৰিছে দাড়ি-গোঁফ। শৰীৰ হৈ গৈছে ক্ষীণ; মংগলবলয় (বাহুত বন্ধা মংগলসূত্ৰ) খহি তৎকালৰ মণিবন্ধ পাইছিলগৈ। চোবাই থকা তামোলৰ পিক

নিগৰি আহি তলৰ ওঁঠত শুকাই ক'লা পৰিছিল। তেওঁৰ প্ৰভু ৰাজ্যবৰ্ধনৰ মৃত্যুৰ বাবে তেওঁ শোকাৰ্ত—যেন তেওঁ অপৰাধী, প্ৰভু-দ্ৰোহী, প্ৰতাৰক। ঘোঁৰাৰ পৰা নামি তেওঁ ৰাজমন্দিৰত প্ৰৱেশ কৰিলে।

ভণ্ডিক দেখি হৰ্ষবৰ্ধনেও কেইখোজমান আগুৱাই গল আৰু আলিংগন কৰি কান্দিবলৈ ধৰিলে। তাৰ পিছত শোক পাতলাই আহি নিজৰ আসনত বহিল। অলপপৰ যোৱাৰ পিছত তেওঁ তেওঁৰ ককায়েক ৰাজ্যবৰ্ধনৰ মৃত্যুৰ সবিশেষ সুধিলে। ভণ্ডিয়েও ঘটনাটোৰ বিৱৰণ দিলে।

ৰজাই সুধিলে, "ৰাজ্যশ্ৰীৰ অৱস্থা কেনেকুৱা ?"

ভণ্ডিয়ে জনালে যে ৰাজ্যবৰ্ধনৰ মৃত্যুৰ পিছত গুপ্তনামৰ জনৈক ব্যক্তিয়ে কুশস্থল (কান্যকুজ) অধিকাৰ কৰিলে। তেতিয়া ৰাজ্যশ্ৰীয়ে তেওঁৰ বন্ধনৰ পৰা পলাল আৰু নিজৰ পৰিয়ালৰ লগত বিন্ধ্যাচলৰ হাবিত সোমালগৈ। এই কথা তেওঁ লোকৰ মুখতহে শুনিছে। ৰাজ্যশ্ৰীক বিচাৰিবলৈ তেওঁ মানুহ পঠাইছে· যদিও মানুহবোৰ ঘূৰি অহা নাই।

এথা শুনি ৰজাই ক'লে, "অনুসন্ধানকাৰীৰ প্ৰয়োজন নাই—মই নিজেই ৰাজ্যশ্ৰীক বিচাৰি যাওঁ। তুমিও সৈন্য-সামন্ত লৈ গৌড় অভি-মুখে যাত্ৰা কৰা।"

কথাখিনি কৈয়েই তেওঁ গা-ধুবলৈ গল। ভণ্ডিয়েও তেওঁৰ দাড়ি-চুলি কাটি স্নান কৰিলেগৈ। ৰজাই তেওঁৰ কাৰণে পঠাই দিলে কাপোৰ, অলংকাৰ, অংগৰাগ আদি। তাৰ পিছত দুয়ো একেলগে আহাৰ কৰিলে।

পিছদিনা ৰাতিপুৱাতেই ভণ্ডি আহি ৰজাক ক'লে,

"মহাৰাজ ৰাজ্যবৰ্ধনৰ বাহুবলতে জয় কৰা মালৱৰাজৰ সৈন্যবোৰ আৰু সাজ, অলংকাৰ আদি মহাৰাজে অনুগ্ৰহ কৰি চালে ভাল হয়।"

হৰ্ষ'ৰ পৰা সম্মতি লাভ কৰি ৰজাক তেওঁ গোটেইখিনি দেখুৱালে।

সেইবোৰৰ ভিতৰত আছে চলন্ত গণ্ডপৰ্বত যেন হাজাৰ হাজাৰ হাতী, হৰিণাৰ দৰে তীব্ৰ বেগী সোণালী চোঁৱৰৰ নিচিনা কেশেৰে অলেখ ঘোঁৰা, প্ৰভাতী সূৰ্য্যৰ কিৰণৰ দৰে জিলিকি থকা বিপুল পৰিমাণৰ অলংকাৰ, মালৱদেশীয় কামোন্মত্তা নাৰীসকলে সনা চন্দনৰ গোন্ধযুক্ত মুকুতাৰ হাৰ, চন্দ্ৰৰ পোহৰৰ দৰে শুভ্ৰ চোঁৱৰ, সোণৰ নাল লগোৱা ছাতি, বহুতো যুদ্ধ দেখাৰ সাহস আৰু অনুৰাগ ( আগ্ৰহ ) সম্পন্না অপ্সৰাৰ দৰে বাৰবিলাসিনী ( বেশ্যা ), অন্যান্য ৰাজোচিত সামগ্ৰী, যেনে— সিংহাসন, পালেং আদি, ভৰিত লোহাৰ থাৰু পিন্ধা আৰু নিশ্চল ভৰিৰে মালৱৰ ৰজাসকল, কাপোৰ লগাই সংখ্যাযুক্ত কৰা আৰু ডিঙিত অলংকাৰৰূপে মালা লগোৱা ধন-বস্তুৰ অসংখ্য কলহ।

ৰজাই সেইবোৰ চাই উঠি বিভিন্ন অধিকাৰী (মুৰব্বী)ক গ্ৰহণ কৰিবলৈ আদেশ দিলে। পিছদিনা হৰ্ষই ভনীয়েক ৰাজ্যশ্ৰীৰ অন্বেষণৰ কাৰণে ঘোঁৰাত উঠি যাত্ৰা কৰিলে আৰু কিছুসময়ৰ পিছতে বিন্ধ্যপৰ্বতৰ হাবিত সোমালগৈ।

হাবিৰ মাজলৈ যোৱাৰ আগতে ৰজাই দেখিলে অৰণ্যবাসী মানুহৰ ঘৰবাৰীবোৰ : তুমাহতে পকা ধান কাটি পতানত জুই লগাই দিয়া হৈছে, সেই জুইৰ ধোঁৱাত ধুঁৱলি-কুঁৱলি হৈছে বনাঞ্চল। ধোঁৱাই ধূসৰ কৰা বটগছৰ শুকান ডালেৰে সজা হৈছে গোহালী; বিশাল বটগছবোৰ ঘেৰি আছে এনে ধৰণৰ গোহালীবোৰে। দামুৰী-বোৰক বাঘৰ হাতৰ পৰা ৰক্ষা কৰিবৰ কাৰণে বাঘ ধৰিবলৈ ফান্দ পতা আছে।

কাঠ কাটিবলৈ গাওঁৰ পৰা হাবিলৈ অহা মানুহবোৰৰ হাতৰ পৰা কুঠাৰবোৰ বনৰক্ষীসকলে কাঢ়ি নিছে। ঘন বননিৰ আঁৰত সজা আছে এটি চামুণ্ডাদেৱীৰ মন্দিৰ। গাওঁৰ চাৰিওফালে কেৱল হাবি—হাবিত বাহিৰে আন একো নাই। সেইদেখি খেতিয়কসকলে ভৰণ-পোষণৰ কাৰণে সদায় চিন্তান্বিত হৈ থাকে। হালোৱা গৰু নথকাৰ কাৰণে কেৱল কোদালেৰেই চহায় মাটি। মাটি চহায় সৰু সৰু অনাবাদী খণ্ডত। অনাবাদী হৈ থকা মাটিও বহুত। মাটিবোৰ ক'লা আৰু লোৰ দৰে টান। ইক্ষুগছৰ জাবৰণিৰ উপৰিও ঠাইবোৰ

ভৰি আছে লাজুকী লতা আৰু কাঁইটীয়া গছেৰে ; সেইবোৰত খোজ কাঢ়ি যাব নোৱাৰি, সহজে চম্বাবও নোৱাৰি । হিংস্ৰজন্তুৰ উপদ্ৰৱ বেছি বুলি ধাৰণা কৰিব পাৰি । হাবিলৈ সোমোৱা বাটত আছে কাঠৰ একোটা দ্ৰোণীৰে বোৱাই অনা পানী । ইয়াৰ কাষে কাষে থকা গছৰ তলত পথিকে গছৰ পাতেৰে ধূলি-মাকতি আঁতৰাই ছাঁত জিৰণি লয় ।

পানী নসৰাকৈ খেৰেৰে চেও দিয়া ছালৰ সৰু সৰু ঘৰবোৰ । চাতুগুৰি (সান্দহ ?) খাই এবা পাত্ৰবোৰৰ ওপৰত মাখি পৰি ক'লা কৰি ৰাখে । নিজৰাৰ ওপৰত কাঠৰ মঞ্চ কৰি ৰখা হয় কলহবোৰ । কলহটো চেঁচা কৰি ৰাখিবৰ কাৰণে কলহত ভৰাই ৰখা হয় ৰঙা চেনি । কলহৰ মুখখন ঢাকি ৰখা হয় গমৰ ঠাৰি বা ধাঁহৰ ঢাকনিৰে ; পানীখিনি সুগন্ধি কৰি তুলিবলৈ ঢাকনিৰ ওপৰত ৰখা হয় সুগন্ধি ফুল ।

আন এঠাইত তেওঁ দেখিলে কিছুমান কৰ্মাৰে এঙাৰৰ কাৰণে প্ৰকাণ্ড প্ৰকাণ্ড গছ জ্বলাই আছে । আৰু দেখিলে গেৰুৱাবস্ত্ৰ পৰিহিত এদল তীৰ্থযাত্ৰী ।

হাবিৰ ওচৰৰ গাওঁৰ পৰা মানুহবোৰ আহে ডাঙৰ ডাঙৰ গছ কাটিবলৈ কান্ধত গধুৰ কুঠাৰ আৰু খাদ্যবস্তু লৈ । লগত লৈ আহে পাতেৰে মুখ বন্ধ কৰি, বেতেৰে ডিঙি মেৰিয়াই লোৱা কলহত খোৱা পানী । চোৰৰ ভয়ত মানুহবোৰে পিন্ধি আছে ফটা-ছিটা কাপোৰ । কাঠ কাটোঁতে গাত-উপযোগী তেল সানি লয় । কিছুমান মানুহে বস্ত্ৰ তৈয়াৰ কৰাৰ কাৰণে শন আদি আঁহযুক্ত সূতা কৰিব পৰা বন সংগ্ৰহ কৰে ।

ধাঁহ-বনৰ মাজৰ পৰা চৰাই ধৰিবৰ কাৰণে কুকুৰ লগত লৈ গৈছে । চৰাই চিকাৰ কৰে কমবয়সীয়া যুৱকসকলে । তিৰোতা-বিলাকে নানাবিধ বনৰীয়া ফল পাচিত ভৰাই লয় আৰু সেইবোৰ বেচিবলৈ বেগাই খোজ লয় গাওঁ অভিমুখে ।

সৰু সৰু গৰু-গাড়ীবোৰ টানি নিছিল তৰুণ বয়সৰ বলদে । গাড়ীত বোজাই দিয়া থাকে শুকান গোবৰ । কিছুমান ঠাই সেউজীয়া

কৰি ৰাখিছিল কুঁহিয়াৰ খেতিয়ে। পহুৰ পৰা কুঁহিয়াৰ খেতি ৰক্ষা কৰিবলৈ বেৰ দিয়া আছিল। বেৰত লগাই দিয়া হৈছিল বনৰীয়া মহৰ জকা, তাকে দেখি পহুৱে ভয় খায়। কুমলীয়া পাত খাইয়েই সিহঁত সন্তুষ্ট হয়।

গাওঁবোৰ ঘেৰি দিয়া আছে ওখকৈ বাঁহৰ বেৰেৰে। বেৰত বান্ধি দিয়া আছে 'কৰঞ্জ' গছৰ কাঁইট—যাতে সেইবোৰ ভেদ কৰি কোনেও ভিতৰলৈ সোমাব নোৱাৰে। কাঁইটে বাঁহবোৰকো সুৰক্ষিত কৰি ৰাখে।

মাটিৰ ওপৰত চাং কৰি তাত বগাবলৈ কুই দিয়া হৈছে লাউ। চাংত লাউ বগাই সুশীতল ছাঁও দিছে।

ঘৰৰ বেৰবোৰ সজা হৈছে বাঁহৰ চুচলি, বতা আৰু খাগৰি-বন মিলাই। চোতালত চৰাইবোৰৰ দানা-পানীৰ কাৰণে পাত্ৰ (চৌবাচ্চা)। তাত সিচৰিত হৈ আছিল ৰঙা বগৰী। কয়লাৰ দমবোৰ আগুৰি আছিল পলাশৰ ফুল আৰু গোৰোকচন (একপ্ৰকাৰ গৰু-মহৰ ঔষধ ; ইয়াৰ ফুল বগা আৰু পাতবোৰ দীঘল)। ঘৰত দম হৈ আছিল শিমলুৰ তুলা। শেলুক, খণ্ড শৰ্কৰা, বাঁহ, চাউল আৰু চাওগছৰ গুটি জমা কৰি ৰখাৰ ব্যৱস্থা (ভড়াল?) আছিল। মহুৱাৰে তৈয়াৰ কৰা মদ আৰু চুলাইৰ (চাউলৰ?) মদ প্ৰায়বোৰ ঘৰতেই আছিল। আছিল ছাল-কোমোৰা, ৰঙা লাউ আদি। আৰু আছিল তিয়ঁহ, কোমোৰা, ৰাজ-মাহ আৰু ঘৰত পোহা বনমেকুৰী, নেউল আদি বিভিন্ন প্ৰাণীৰ জাক।

হৰ্ষই দিনটো সেই বন-গ্ৰামতেই কটালে।

---

## অষ্টম উচ্ছ্বাস

মহৎ জনৰ মনৰ কামনা
হঠাতে পূৰণ কৰি,
দৈৱইহে যেন সেৱা কৰি থাকে
আগৰে পৰাই ধৰি ॥ ১ ॥

বহুতদিন পিছত পাহৰা জনক
হঠাতেই পালে লগ,
কিমান কথাৰ কিমান স্মৰণ
কিমান আনন্দ হয়।
বিদ্বানৰ সংগ লাভ পাই গলে
যিমান আনন্দ যাৰ।
তেনেকৈ ঘৰতে যদি ৰত্ন লভে
নহয়নে সুখ তাৰ? ॥ ২ ॥

পিছদিনা ৰাতিপুৱাই উঠি হৰ্ষই সেই গাওঁৰ পৰা ওলাল। তাৰ পিছত তেওঁ বিন্ধ্যবনৰ মাজত সোমালগৈ। তেওঁ উদ্বাউল হ'ল বিন্ধ্য-বনৰ আকৰ্ষণত আৰু তাত কেইদিনমান ইফালে-সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

এনেদৰে ভ্ৰমি আছে তেওঁ হাবিৰ মাজত।

এদিন শৰভকেতুৰ পুতেক ব্ৰাভ্ৰকেতু আহি তেওঁৰ আগত উপস্থিত হ'ল। তাৰ লগত এজন ব্যাধ-যুৱক।

ব্যাধ যুৱকজনে কপালৰ ওপৰেদি বাগৰি যোৱাকৈ মূৰটো মেৰিয়াই লৈছিল ক'লা শ্যামলতা। দেখি এনেকুৱা লাগিছিল যেন তাৰ ভ্ৰূত তিনিদাল ৰেখা, যেন ত্ৰি-প্ৰহৰ ৰাতিক সদায় কপালত লৈ ঘূৰি ফুৰিছে ডেকা ল'ৰাটোৱে। তাৰ কাণত পিন্ধা আছিল

ভাটৌৰ সেউজীয়া পাখি— তলত থকা কাঁচমণিৰ অলংকাৰৰ ওপৰতো পৰিছিল সেই পাখিৰ আভা। তাৰ চকুৰ পতাত নোম আছিল কম; স্বাভাৱিকতেই ল'ৰাজনৰ চকু আছিল ৰঙা; এনেহে লাগিছিল যেন তাৰ পৰা ৰসায়ণযুক্ত হায়নাৰ তেজ নিগৰি ওলাইছিল। তাৰ নাক আছিল চেপেটা, তলৰ ওঁঠটো আছিল ডাঙৰ, থুতৰি আছিল চুটি, গালৰ হাড় আছিল ওপৰলৈ উঠা। উঠি অহা কান্ধ (ঘাৰ)ৰ ডিঙিৰ আধামানলৈকে ওখ। ডেকাজনৰ বুকুখনে বিন্ধ্য পৰ্বতৰ বহল শিলা-খণ্ডকো যেন উপহাস কৰি আছে। বহল বুকুখন আছিল কঠিন— ঠিক ধনুভাঁজ কৰি থকা অৱস্থাৰ ব্যায়ামৰ দৰে। হিমালয়ৰ শাল গছৰ নিচিনা দীঘল হাত দুখন আছিল ঠিক অজগৰৰ নিচিনা। শুভ্ৰ গোদান্ত মণিৰে অলংকৃত বাজুৰ পিছফালত গাহৰীৰ নোমেৰে বন্ধা আছিল নাগদমন বিষহৰি বনৌষধিৰ শিপা। সুদৃঢ় কঁকালত বন্ধা আছিল 'চিত্ৰক' সাপৰ ছালেৰে তৈয়াৰ কৰা খাপত ভৰোৱা তৰোৱাল। তৰোৱালৰ মুঠি তৈয়াৰ কৰা আছিল মিহি শিঙেৰে। ল'ৰাটোৰ পিঠিত আছিল ভালুকৰ ছালত বন্ধা অসংখ্য কাড়।

ল'ৰাটোৰ ডিঙিত ওলোমোৱা আছিল ধনু; ধনুৰ মধ্যভাগত মেৰুৱা আছিল শহাপহুৰ কোমল নোমেৰে সৈতে ছাল……। সি যেন বিন্ধ্যপৰ্বতত গলি থকা লোহা। তাক দেখিলে হাতীৰ উঠিছিল কঁপনি; হৰিণাৰ কাৰণে সি আছিল কালসৰ্প, সিংহৰ কাৰণে আছিল সি ধূমকেতু, মহিষৰ কাৰণে ল'ৰাটো আছিল দুৰ্গা নৱমীৰ উৎসৱ। গোটেই বিন্ধ্য-পৰ্বতৰ অৰণ্য ভূমি আছিল তাৰ নখ দৰ্পনত।

মানুহজনে প্ৰণাম কৰি হৰ্ষক ক'লে, "মহাৰাজ এই অঞ্চলৰ সকলো কথা ই জানে— ইয়াকে সোধক।"

ৰজাই তাক সুধিলে, "এই মহাৰণ্যৰ সকলো ফালে তুমি ভ্ৰমি ফুৰা; তুমি ইয়াত কোনোবা এজনী ৰূপহী নাৰীক দেখিছা নেকি?"

সি ক'লে, "এইখন অটব্য হাবিত মানুহ বুলিয়েই নহয়—অৰণ্যৰ হৰিণাইও বিচৰণ নকৰে। অৱশ্যে ইয়াৰে কিছু দূৰত পাহাৰৰ নামনিৰ নদীৰ পাৰত এজন ভিক্ষু থাকে; তেওঁৰ লগত থাকে বহুত শিষ্য। তেওঁৰ নাম দিবাকৰ মিত্ৰ। তেওঁ কিবা সন্ধান দিব পাৰে নেকি

সেই কথা মই সুধি চাব পাৰোঁ।”

তাহানিখন ৰজা গ্ৰহবৰ্মাৰ এজন বন্ধুৰ কথা হৰ্ষই শুনিছিল; সেইজন আছিল মৈত্ৰায়ণী শাখাৰ অধ্যেতা ব্ৰাহ্মণ্য ধৰ্মৰ বিদ্বান লোক। তেওঁ হেনো তেতিয়া বেদ অধ্যয়ন কৰি আছিল।

তেওঁ ক'লে, “তেনেহলে মোকো তালৈকে লৈ ব'লা— মই সেই গৰাকী ভিক্ষুক দৰ্শন কৰোঁগৈ।”

ডেকাজনে দেখুৱাই যোৱা বাটেদি ৰজা আগবাঢ়ি গৈ থাকিল।

শ্ৰীহৰ্ষই মানুহজনৰ লগত গৈ আছে; গৈ গৈ তেওঁ ঘ্ৰাণ কৰি আছে ফুলৰ সুগন্ধ, দেখা পাইছে ফলে-ফুলে জাতিষ্কাৰ এখন বননি— য'ত আছে চম্পক, নাৰিকল, অশোক, তিল, প্ৰিয়ংগুলতা কদম, আম, কণ্ঠফল (কঠাল?), শেৱালি আদি বিবিধ জাতিৰ বৃক্ষ আৰু লতা। নানাবিধ চৰাইৰ বাস এই অৰণ্য, বাস কৰে অলেখ হিংস্ৰ অহিংস্ৰ পশু-পক্ষী........

বহুদূৰ গৈ তেওঁলোক উপনীত হ'ল বননিৰ মাজৰ আশ্ৰমভূমিত। ৰজাই দেখিলে এই আশ্ৰমভূমিত স্বাচ্ছন্দ্যে বিচৰণ কৰিছে ময়ুৰকে ধৰি নানাবিধ চৰাই, দেখা পালে তেওঁ বান্দৰৰ জাক........ গছৰ ডালত ওলমি আছে কমণ্ডলু, কুটীৰত অঁকা আছে বোকাৰ ওপৰত ছাপ মৰা চৈত্যমূৰ্তি। গেৰুৱা কাপোৰৰ পৰা সৰি পৰা ৰঙীন পানীৰে ঠাইখন হৈ পৰিছে ৰঙচুৱা, ময়ুৰবোৰেও তাত কৰি আছিল কোলাহল............

এইবোৰ দেখি ৰজাৰ এনেহে লাগিল যেন অন্ধকাৰ আঁতৰি গৈছে পাতাল ভেদ কৰি, এওঁলোকে যেন বৰষাৰ দিনৰ প্ৰতিবাসী হিচাপে বাস কৰিছে তাত। তেওঁ ভাবিলে যে তেওঁৰ কামনাৰ ভদন্তৰ আশ্ৰমখন বেছি দূৰত নহব লাগে, বোধকৰো একেবাৰে ওচৰতে হব। সেইবুলি ভাবি তেওঁ আগবাঢ়িগৈ পৰ্বতীয়া নদীৰ পানীত নামি আচমন কৰিলে।

পানীৰ পৰা উঠি ৰজাই ঘোঁৰা আৰু সৈন্যসকলক তাতে ৰবলৈ ক'লে। ঘোঁৰাৰ চিঁহিয়নিৰ শব্দত ভৰি উঠিল সেই বনাঞ্চল। তাৰ পিছত তেওঁ খোজকাঢ়িয়েই গল আগবাঢ়ি।

ঠাইখন ভৰি আছে বহুত বৃক্ষৰে; তাৰে ওচৰত আশ্ৰমৰ শিষ্য যেন লগা বহুতজনক তেওঁ দেখা পালে। আৰু দেখা পালে বিভিন্ন দেশৰ পৰা অহা বীতৰাগ লোকসকলক; তাৰে কিছুমানে বহি আছে গছৰ গুৰিত। বহুজন বহি আছে লতা-ভৱনত, কিছুমানে বহি আছে গছৰ ছাঁ লৈ········। এনেকৈ বহি থকাসকলৰ মাজতে আছে বীতৰাগ আৰ্হত (জৈন সাধক), মস্কৰী (পাশুপাত মতাৱলম্বী), শ্বেতপট (বগা কাপোৰ পিন্ধা জৈন সাধু), ভাগৱতধৰ্মী (নৈষ্ঠিক সাধু-ব্ৰহ্মচাৰী), কেশলুঞ্চক (মূৰৰ চুলি খুৰোৱা জৈন)। এনেধৰণৰ বহুত সন্ন্যাসী তেওঁ দেখা পালে। তেওঁলোকে নিজৰ নিজৰ আগমৰ কথা লগ্ন অনুসৰি শ্ৰৱণ, মনন, সংশয়, নিশ্চয়, আবৃত্তি, ব্যুৎপত্তি, বিগ্ৰাহ আৰু অভ্যাসেৰে ব্যাখ্যাদান কৰি আছে। ভগবান বুদ্ধই নিৰ্দেশ কৰি যোৱা দহবিধ শিক্ষাপদৰ উপদেশেৰে দোষ-মাৰ্জনাৰ কথাও তাত আলোচিত হৈ আছে।

তাৰ পিছত তেওঁ দেখা পালে এজন মুনিক × × × মুনিজনৰ চৰণ চেলেকি আছিল বন মৃগবোৰে। তেওঁৰ বাওঁহাতৰ ওপৰত বহি বহি ধান খাই আছিল এটি কপৌ পোৱালীয়ে। আনখন হাতৰ নখৰ কিৰণ-প্ৰভাই তালৈকে অহাসকলক যেন কৰি আছিল মোহিত।

মুনিজনে পিন্ধি আছিল ৰঙা ৰঙৰ কাপোৰ, দেখি ধাৰণা হয় যেন প্ৰভাতী সূৰুযৰ কিৰণত ৰঙা হৈ পৰিছে সৰ্বদিশ······সমগ্ৰ শাস্ত্ৰৰ শাস্ত্ৰজ্ঞ আৰু প্ৰশান্ত মুনিজন যেন নিৰ্মিত হৈছে কোনোকালে ক্ষয় নোহোৱা পৰমাণুৰে। দেখা যেন পাইছিল তেওঁ ঈশ্বৰ (অৱলোকিতেশ্বৰ) তপস্যাত বিময় আছিল তেওঁ। পোহৰে সকলো বস্তুকে প্ৰকাশ কৰাৰ নিচিনাকৈ তেওঁৱো সমানভাৱে প্ৰকাশ কৰিছিল সকলোকে। তেওঁ যেন সাক্ষাৎ শৰীৰ পবিত্ৰতাৰ। সেইজনৰে নাম হ'ল দিবাকৰ মিত্ৰ।

হৰ্ষই অনুমান কৰিছিল মুনিজন মাজ-বয়সীয়া হব।

মুনিজনাৰ প্ৰশান্ত ৰূপ আৰু গাম্ভীৰ্য্য দেখা পাই ৰজাৰ ভক্তি উপজিল। মনৰ ভিতৰতে তেওঁক বন্দনা কৰিবলৈ ধৰিলে দূৰৈৰ পৰাই। ভদন্তইও ৰজাৰ ব্যক্তিত্ব আৰু বিনয়ত আকৰ্ষিত হৈ মনে মনে তেওঁক গ্ৰহণ কৰিলে। তেওঁ আছিল মৈত্ৰী ভাৱনাৰে পৰিপূৰ্ণ। তেওঁ থিয় হ'ল, তাৰ পিছত মাতি নি মধুৰ বচনেৰে ৰজাক সন্মান আৰু আশীৰ্বাদ জ্ঞাপন কৰি তেওঁ ক'লে,

"ইয়াতে আসন গ্ৰহণ কৰক।"

ওচৰত থকা শিষ্যসকলে তেওঁক ক'লে, "আয়ুষ্মান, কমণ্ডলুত পাদোদক আনক।"

ৰজাই ক'লে, "হে ভগৱান, আপোনাৰ দৰ্শনে মোক অনুগৃহীত কৰিছে……। আপোনাৰ এই মাটিয়েই হব মোৰ সৌভাগ্যৰ আসন।" —এই বুলি তেওঁ মাটিতে বহিল।

মুনিয়ে কিছুসময় ৰজাৰ মুখলৈ চাই থাকিল। তাৰ পিছত ক'লে, "আপোনাক দেখা পোৱাটো অতি দুৰ্লভ কাম, আজি সেই সুযোগ আমি লাভ কৰিলোঁ। ………আপুনি যি পৰমাণু লৈ নিজৰ এই অৱয়ব লাভ কৰিলে সেই পৰমাণুও হৈছে ধন্য; আপোনাৰ ওচৰত যিজনে আশ্ৰয় লাভ কৰিছে সঁচাকৈয়ে সেইজনেই সৌভাগ্যবান। আপোনাক লগ পাই মোৰ এই মনুষ্য-জন্মৰ প্ৰতি শ্ৰদ্ধা উপজিছে। যদি কোনো বাধা অথবা বিশেষ কোনো গোপনীয়তা নাথাকে তেনেহলে আগমনৰ কাৰণ জনালে বৰ ভাল পালোঁহেঁতেন। আমাৰ এই ভূমি অলংকৃত হৈছে আপোনাৰ উপস্থিতিত।"

ৰজাই ক'লে, "হে ভগৱান, অমৃতৰ সমান নিৰন্তৰ মধুৰস বৰষে আপুনি, হৃদয়ক দিয়ে ধৈৰ্য্য। আপোনাক পাই মোৰ সকলো কষ্ট লাঘৱ হৈছে—সন্তাপো আঁতৰিছে। আপোনাৰ অভ্যৰ্থনাৰ কাৰণেও আমি ধন্য হৈছো। এইখন মহাৰণ্যলৈ অহাৰ উদ্দেশ্যৰ কথা আপোনাৰ ওচৰত মই ব্যক্ত কৰিব খোজো।"

"আমাৰ পৰিয়ালৰ ইষ্টজনৰ মৃত্যু হোৱাত আমাৰ মৰমৰ একমাত্ৰ ভনীজনী এতিয়াও কৰবাত বাচি আছে। তাই পতিহাৰা; শত্ৰুৰ

নির্য্যাতনৰ ভয়তে পলাই দৈৱক্রমে তাই এই গভীৰ বিন্ধ্যবনত প্রৱেশ কৰিছে। তাইক বিচাৰি আমি ৰাতিক দিন কৰি ভ্রমি ফুৰিছোঁ।

উদ্বিগ্ন হৈ ভদন্তই ক'লে, "এনে ধৰণৰ কোনো খবৰ আমিচোন পোৱা নাই।"

ভদন্তৰ কথাখিনি শেষ নৌহওঁতেই তেওঁৰ সম-বয়সীয়া এজন ভিক্ষুৱে তালৈকে আহি হাতযোৰ কৰি ক'লে,

"ভগৱান, অতি আশ্চৰ্য্যৰ কথা হৈছে—অতি করুণ ঘটনা সন্মুখত এটি দৃশ্যত। এজনী তৰুণ-বয়সীয়া নাৰীয়ে কিবা শোকত পৰি অগ্নিত প্রৱেশ কৰিবৰ বাবে আয়োজন কৰিছে। তেওঁক দেখিলে ভাব হয় যেন তেওঁ আগতে সুখৰ জীৱন যাপন কৰিছিল। হে ভগবান, আপুনি নিজে গৈ তেওঁক সমুচিত উপদেশ দান কৰকগৈ।"

কথা শুনি ৰজাই অনুমান কৰিলে যে সেইজনীয়েই তেওঁৰ ভনীয়েক হব। ৰজা বৰ উদ্বিগ্ন হৈ পৰিল।

হর্ষই সুধিলে, "পৰাশৰিণ, কিমান দূৰৈত আছে সেই নাৰী? তেওঁ বাচি আছেতো?"

ভিক্ষুৱে ক'লে, "মহাৰাজ, আজি ৰাতিপুৱা মই ভগৱানক প্রার্থনা কৰি সৈকতৰম্য নদীৰ পাৰলৈ গৈছিলোঁ। পাহাৰৰ পৰা ওলোৱা নদীটোৰ পাৰতে লতাকুঞ্জ। মই অনুমান কৰিলো—লতাকুঞ্জৰ পৰা আহিছে এটি করুণ কান্দোন। মই কাণ পাতি শুনিলো। মোৰ উদ্বিগ্নতা বাঢ়িল। আগবাঢ়ি গৈ দেখিলো যে তাত বহু সংখ্যক নাৰী গোট খাইছে। তেওঁলোকে এগৰাকী তিৰোতাক ঘেৰি ধৰি আছে। তাৰ পিছত মই দেখিলো সেই নাৰী গৰাকী যেন কিবা তাপত জর্জৰিতা। মানসিক ব্যথাই তেওঁক উদ্বাউল কৰিছে, অধীৰতা হৈছে তেওঁৰ আধাৰ, তেওঁৰ মনত নিবাস কৰিছে অৱসাদে। তেওঁ যেন নিমিলিত কুমুদিনীৰ দৰে দুখৰ জীৱন ধাৰণ কৰিছে। দুর্ভাগ্যই যেন তেওঁৰ শৰীৰত লৈছে স্থান।"

"তেওঁ যেন উদ্বেগৰ জন্মভূমিত পৰাধীনতাৰ সীমান্ত বৈ আছে। তেওঁক যেন তেওঁৰ সজ্জন, পৰিবাৰ আৰু জীৱনৰ বিলাস এই সকলো-বোৰে ত্যাগ কৰি এৰি দিছে। তাৰ পিছত দেখিলো—তেওঁৰ দেহত

কোনো ভূষণ নাই……চকুৰে অহৰহ বৈ আছে কেৱল কৰুণ চকুলো। তেওঁক দেখি বৰ দুখ লাগিল। তেওঁক সুধিবলৈ মন গল; কিন্তু মই এতিয়া সম্বোধন কৰোঁ কি বুলি!"

"এনে সময়তে এগৰাকী নাৰীয়ে আহি ক'লে যে তেওঁৰ পিতৃ গৈছে পৰলোকলৈ, স্বামীৰ অৱৰ্তমানত ককায়েকো প্ৰৱাসত আৰু আত্মীয়-সকলো আছে আঁতৰত। তেওঁ অনুভৱ কৰিছে ভীষণ অসহায়া বুলি। ইয়াৰ উপৰিও কোনোবা জঘন্য শত্ৰুৰ হাতৰ পৰা কোনোমতে পলাই এই অৰণ্যতে প্ৰৱেশ কৰিছে। ছোৱালীজনী গভীৰভাৱে শোকাভিভূতা; আৰু উপায়হীন হৈ তেওঁ এতিয়া অগ্নিত পুৰি মৰিব খুজিছে। তেওঁক প্ৰাণে নমৰিবৰ কাৰণে আমি সকলোৱে কিমান অনুৰোধ কৰিলোঁ— সকলো অনুৰোধ দেৱীয়ে প্ৰত্যাখ্যান কৰিছে। ছোৱালীজনীক যিকোনো প্ৰকাৰে ৰক্ষা কৰক।"

ভিক্ষুজনৰ কথা শুনি বিহ্বল আৰু অভিভূত হৈ পৰিল হৰ্ষ। তেওঁ ক'লে,

"হে আৰ্য্য, সেইজনীয়েই হব এই হতভাগাৰ ভনীয়েক। অনুগ্ৰহ কৰি মোক তালৈকে লৈ বলক—যেন জীয়াই থাকোঁতেই আমি তাইক লগ ধৰিব পাৰো।"

আচাৰ্য্যই (দিবাকৰে) তেওঁৰ সকলো শিষ্যকে লগত লৈ ওলাল। তেওঁ গ'ল আগে আগে আৰু সৈন্য-সামন্তসকলেও ঘোঁৰা এৰি খোজ কাঢ়িয়েই গ'ল পিছে পিছে।

তেওঁলোক গৈ লতাকুঞ্জৰ ওচৰ চাপিল। লতাকুঞ্জৰ ভিতৰত তিৰোতাসকলে কৈ থকা কথাবোৰ তেওঁলোকৰ কাণত পৰিল:

"হে ধৰণী, এওঁক ৰক্ষা কৰা— এওঁক সান্ত্বনা নিদিয়া কিয়, ক'লৈ গ'ল পুষ্পভূতি বংশৰ গৃহিনী……"

"হে সুগত, ভক্তসকলক এৰি থৈ তুমি শুই আছা……"

'হে সূৰ্য্য, তুমি সুপ্ৰসন্ন হোৱা, এই গৰাকী নাৰীক ৰক্ষা কৰা……'

এনেহেন কথাবোৰ শুনি হৰ্ষই দৌৰ মাৰি ওচৰলৈ গ'ল। তেওঁ দেখিলে—ৰাজ্যশ্ৰীয়ে অগ্নিত জাপ দিবলৈ উদ্যত হৈছে। তেওঁ যেন মূৰ্চিতা...... চকু মুদি আছে অগ্নিৰ ফালে মুখ কৰি।

ৰজাই এখন্তেকো পলম নকৰি তেওঁক (ৰাজ্যশ্ৰীক) সাৱত মাৰি ধৰিলেগৈ।

ককায়েকৰ হাতৰ পৰশ পাই সপোন দেখাৰ নিচিনাকৈ ৰাজ্য-শ্ৰীয়ে চকু মেলিলে। তেওঁ যেন লাভ কৰিলে সঞ্জীৱনী ৰস, লাভ কৰিলে যেন চন্দ্ৰোদয়ৰ শীতলতা। তেওঁ অনুভৱ কৰিলে—চন্দ্ৰৰ কিৰণত যেন লাগি আছিছে শীতল জলকণা। ৰাজ্যশ্ৰীয়ে ভবা নাছিল যে এই মুহূৰ্তত তেওঁৰ ককায়েক আহি পাব, তেওঁক দেখা পাব। এই সকলোবোৰ যেন সপোনৰো অগোচৰ।

ৰাজ্যশ্ৰীয়ে হৰ্ষৰ ডিঙিত সাৱতি ধৰিলে, হৰ্‌হৰ্‌কৈ নিগৰিত হবলৈ ধৰিলে অশ্ৰুধাৰা যেন কোনোবা এটা নদীৰ উৎসৰ পৰা নিৰ্গত হোৱা এটা নলাৰ প্ৰৱাহ। তেওঁ কান্দিছে—কেৱল কান্দিছে বিলাপ কৰি কৰি।

আচাৰ্য্যই ক'লে, "হে কল্যাণি, তোমাৰ জ্যেষ্ঠ-ভ্ৰাতাই কি কৈছে শুনা।"

অন্যসকলে কৈছে, "ইমানকৈ নাকান্দিবা, তুমি সুস্থিৰ হোৱা—জিৰণি লোৱা।"

বান্ধৱীসকলে কৈছে, "সখি, কান্দোন এৰা, তোমাক দেখি মহা-ৰাজৰ শোক বাঢ়িছে।"

তথাপিও ৰাজ্যশ্ৰীয়ে কান্দোন সম্বৰণ কৰিব পৰা নাই।

লাহে লাহে শোক পাতলিল। হৰ্ষইও জুইৰ ওচৰৰ পৰা ৰাজ্যশ্ৰীক কাষতে থকা গছৰ তললৈ লৈ গ'ল।

আচাৰ্য্যই তেতিয়াহে গম পালে যে এইজনেই সেইজন ৰজা হৰ্ষ। তেওঁৰ সমাদৰত গভীৰতা আৰু বৃদ্ধি হ'ল। শিষ্যসকলক তেওঁ ইংগিত

দি ক'লে যে পতুমৰ পাতেৰে পানী আনি মুখ ধুবলৈ ৰজাক দিব লাগে।

সেইমতে তেওঁলোকে পানী লৈ আহিল। ৰজাইও তেওঁৰ অশ্রু-সিক্ত চকু-মুখ ধূলে। তেওঁ ভনীয়েককো মুখ ধুবলৈ দিলে।

তাৰ পিছত হৰ্ষই ৰাজ্যশ্রীক ক'লে, "ভনী, এই গৰাকীয়ে সকলোৰে পূজনীয় ভদন্ত, তেখেতক সেৱা কৰা। তেওঁ আছিল তোমাৰ স্বামীৰে অভিন্ন-হৃদয় আৰু আমাৰো গুৰু।"

ৰাজ্যশ্রীয়ে আচাৰ্য্যক সেৱা কৰিলে।

ভদন্তৰ কান্দোন ওলাব খুজিছিল। তেওঁ সম্বৰণ কৰি ৰজাক ক'লে, "আপুনি বহুপৰ কান্দিলে, মানুহবোৰেও কান্দিছে। এতিয়া প্রশান্তিৰ অনুষ্ঠানহে কৰি ঘৰলৈ যাব লাগে।"

ভদন্তই এইবাৰ ৰাজ্যশ্রীক ক'লে, "হে কল্যাণি, তুমি আৰু নাকান্দিবা। স্নানৰ নিয়ম পালন কৰি তোমালোকে সেই স্থানলৈ (আশ্রমলৈ) যাবাগৈ।"

আচাৰ্য্যৰ উপদেশ অনুসৰি ৰজাও উঠিল আৰু ৰাজ্যশ্রীক লগত ল'লে। তাৰ পিছত পাহাৰুৱা নিজৰাত গা ধুই আশ্রমলৈ গ'ল। আশ্রমতে খোৱা-বস্তু তৈয়াৰ কৰাই তেওঁ ভনীয়েকক খুৱালে। শোকা-ভিভূতা ৰাজ্যশ্রীয়ে আহাৰত সন্মতি দিছিল ৰজাই গিৰীয়েকৰ অৰ্থে শ্রাদ্ধাদিৰ আয়োজন কৰি দিয়াৰ পিছত পিণ্ডদান সমাপ্তিৰ অন্তত হে।

ভনীয়েকৰ আহাৰান্তত হৰ্ষইও ভোজন সম্পূর্ণ কৰিলে। তাৰ পিছত তেওঁ ভনীয়েকক কাষতে বহুৱাই লৈ শ্রৱন কৰিলে—কেনেকৈ তেওঁ (ৰাজ্যশ্রী) বন্ধনত পৰিল, কেনেকৈ গুপ্তনামৰ এজন কুলপুত্ৰই গৌড়ৰ কাৰাগাৰৰ পৰা তেওঁক মুক্ত কৰিলে, মুক্তিৰ পিছত ৰাজ্যবৰ্ধনৰ মৃত্যুৰ সংবাদ শুনি খোৱা-বোৱা এৰি কেনেদৰে বিন্ধ্য পৰ্বতলৈ কষ্টকৰ ভ্রমণ কৰিলে। তাৰ পিছত তেওঁ আকৌ শুনি গ'ল— সংসাৰৰ প্রতি বিৰাগ ওপজাত কেনেকৈ ৰাজ্যশ্রীয়ে নিজেই জুইক সাৱতি লব খুজিছিল....। এই সকলো বিবৰণ শুনিলে তেওঁ পৰিজনসকলৰ পৰা।

কথাবোৰ শুনাৰ পিছত ৰজাই অনুচৰসকলক আঁতৰলৈ যাবলৈ ক'লে আৰু এজোপা গছৰ তলত বহি ভায়েক-ভনীয়েক দুয়ো কিছু পৰ নিৰ্বাহ কৰিলে নিৰ্জনতাত।

এটা সময়ত আচাৰ্য্য দিবাকৰ মিত্ৰ ৰজাৰ ওচৰলৈ আহিল। তেওঁ গছৰ তলতে ৰজাৰ ওচৰতে বহিল আৰু অলপ সময় অপেক্ষা কৰি লাহে লাহে ক'লে,

"সম্ৰাট, আপোনাক কিছুমান কথা কবলগীয়া আছে" ঃ

'ৰাতিৰ কৰ্ণপূৰ (কৰ্ণ ভূষণ) তাৰাপতি চন্দ্ৰমা। চন্দ্ৰই তেওঁৰ যৌৱন লাভ কৰাৰ পিছত নিজৰ চঞ্চলা বহুজনী পত্নীক আওহেলা কৰি যৌৱনৰ উন্মাদনাত ইন্দ্ৰৰ পুৰোহিত বৃহস্পতিৰ ধৰ্মপত্নী তাৰাক পত্নী-ৰূপে পাবৰ কাৰণে মন কৰি অপহৰণ কৰিলে। তাৰ পিছত তাৰাক স্বৰ্গৰ পৰা পাতাললৈ লৈ গ'ল আৰু সচকিতা চকোৰৰ নিচিনা লোচনা (চকুৰ) ৰমণীয়া কামুৰী তাৰাৰ লগত ৰমণীয় স্থানবোৰত বিহাৰ কৰি ভ্ৰমি ফুৰিবলৈ ধৰিলে। কিছুদিন পিছত দেৱতাসকলৰ অনুৰোধ আৰু বুজনিত তেওঁ তাৰাক পুনৰ বৃহস্পতিক ওভোটাই দিলে যদিও বিৰহৰ যন্ত্ৰণাত তেওঁৰ অন্তৰ দহি থাকিল।"

"চন্দ্ৰই এদিনাখন উদয়াচলত উদিত হৈ দেখা পালে সমুদ্ৰৰ পানীত নিজৰ ছাঁ। ছাঁ দেখি তেওঁৰ মনত পৰিল তাৰালৈ। তাৰাৰ মুখখন ভাহি উঠিল তেওঁৰ চকুত। ততালিকে হৃদয়ত তেওঁৰ কামভাৱৰ উদয় হ'ল। চকুৰে পানী ওলাল তেওঁৰ, তাৰাৰ ছবিযুক্ত তেওঁৰ সেই অশ্ৰু পান কৰিলে সাগৰ তলিৰ মুক্তামণিয়ে। কেনেবা প্ৰকাৰে বাসুকী নাগে পাই গ'ল সেই মুক্তামণি—য'ত আছিল তাৰাৰ প্ৰতিচ্ছবি।"

"বাসুকী নাগে তাৰাৰ ছবি অংকিত মুকুতাৰে গাঠি ল'লে এধাৰ হাৰ আৰু সেই হাৰৰ নাম দিলে মন্দাকিনী। এইধাৰ একাৱলী হাৰ মন্দাকিনী হৈ পৰিল সকলো বিষৰ হৰণ-কাৰী, আৰু হৈ পৰিল সকলো প্ৰাণীৰ সন্তাপহাৰিণী। বাসুকী নাগে নিজৰ বিষৰ জ্বালাক প্ৰশমিত কৰি ৰাখিবৰ উদ্দেশ্যে সৰ্বদা পৰিধান কৰি থাকিল সেই মালাধাৰী।"

"কিছুদিন পিছত এদিন নাগাৰ্জুন নামৰ এজন ভিক্ষুৱে বাসুকীৰ

পৰা লাভ কৰিলে সেই মালাধাৰ। তাৰ পিছত পাতালৰ পৰা উঠি আহি তেওঁৰে বান্ধৱ আৰু তিনি-সমুদ্ৰৰ অধিপতি ৰজা সাতবাহনক তেওঁ মালাধাৰ দান কৰিলে। সেইধাৰী মালাই বছৰৰ পিছত বছৰ ধৰি শিষ্যসকলৰ পৰম্পৰা ৰক্ষা কৰি কিবা প্ৰকাৰে আমাৰ হাতলৈ আহিল। এতিয়া এই মালাধাৰ আপুনি গ্ৰহণ কৰক; ইয়াৰ পৰাই ৰক্ষিত হ'ব আপোনাৰ শৰীৰ; সকলো প্ৰকাৰ বিষৰ পৰা আপুনি ৰক্ষা পাব।"—এইবুলি কৈ তেওঁ কাষতে থকা শিষ্যজনৰ হাতত ফটা কাপোৰেৰে বান্ধি থোৱাৰ পৰা 'মন্দাকিনী'ক উলিয়ালে। উলিয়াই দিয়াৰ লগে লগে মালাধাৰৰ পৰা বিয়পি পৰিল উজ্জ্বল প্ৰভা, শুভ্ৰ হৈ উঠিল সকলো দিশ—যেন বনৰীয়া হাঁহৰ বগা পাখি বিস্তৃত হৈ আকাশখন শুভ্ৰ কৰি পেলাইছে........ ।

পোহৰে ৰজাৰ চকুতো চাঁত মাৰি ধৰিলে। তেওঁ বাৰে বাৰে চকু মেলিছে আৰু জপাইছে। তাৰ পিছত চেষ্টা কৰি কোনোমতে এবাৰ মালাধাৰীলৈ চালে—যেন সকলো দিশ পূৰ কৰা পংক্তিৰূপে একত্ৰিত হৈ ওলাইছে। দিগ্‌গজৰ শুৰৰ পৰা জলকণাবোৰ ঘনকৈ গঠা মুকুতা-মণি যেন হৈ পৰিছে শৰৎ কালৰ জোনৰ মেঘমুক্ত কিৰণ, শিশু-চন্দ্ৰমাৰ যেন এয়া সঞ্চৰণৰ আয়োজন, যেন হাতৰ পৰা পৰি গৈ সৃষ্টি হোৱা সপ্তৰ্ষিমণ্ডল, সমস্ত ভুবনৰ ঐশ্বৰ্য্যক নিজৰ প্ৰভাৱেৰে অভিভূত কৰি পেলাব পৰা শিৱৰ কপালৰ এয়া যেন চন্দ্ৰকলা, এয়া যেন ক্ষীৰ সমুদ্ৰৰ কান্তি, সাম্ৰাজ্য লাভৰ কাৰণে কৰা যাত্ৰাৰ আগে আগে উৰি যোৱা যেন শুভ্ৰ পতাকাখনি। নিজৰ কিৰণৰ আৱৰণৰ মাজত মালাধাৰী নেদেখা হৈ আছিল। মন্ত্ৰ, কোষ (সম্পদৰ ভঁড়াল) আৰু সাধনত প্ৰবৃত্ত ৰাজ্যধৰ্মৰ কাৰণে আছিল এই অক্ষ-মালা, ভুৱন-লক্ষ্মীয়ে বৰৰ মনোৰথ পূৰ্ণ কৰিবলৈ সমৰ্থবান হোৱা এয়া স্বয়ম্বৰমালা। এইধাৰী অক্ষমালাই সন্ধান দিব পাৰে কুবেৰৰ ধনৰ —যি ধন সুশোভিত হৈ আছে মুদ্ৰা আৰু অলংকাৰৰ ৰূপত।

দিবাকৰ মিত্ৰই মালাধাৰ পিন্ধাই দিলে ৰজাৰ ডিঙিত।

সন্মান জনাই ৰজাই আচাৰ্য্যজনক ক'লে, "হে আৰ্য্য, এনেহেন ৰত্ন প্ৰায়ভাগ মানুহৰে ভাগ্যত নিমিলে। এয়া আপোনাৰ তপস্যা

সিদ্ধিৰ ফলত লাভ কৰা সম্পদ আৰু দেৱতাৰ প্ৰসাদ। আপোনাক দেখিবৰে পৰা আপোনাৰ মহৎ গুণে মোক বশীভূত কৰি ৰাখিছে। আৰ্য্যৰ সেৱাৰ কাৰণে আজীৱন মই মোৰ এই শৰীৰ সংকল্প কৰিলোঁ। অনুগ্ৰহ কৰি এতিয়া মোক মই কৰিব পৰা কামৰ কাৰণে আজ্ঞা দান কৰক।"

কিছুসময় ধৰি আলোচনা চলিল একাৱলীৰ বিষয়ে। ৰাজ্যশ্ৰীও ইতিমধ্যে কিছু সুস্থিৰ হৈছে। এটা সময়ত তেওঁ লাজতে ককায়েকক এটা কথা কব খুজিও কব নোৱাৰিলে। তেওঁ পত্ৰলতা নামৰ লিগিৰী এগৰাকীক মাতি আনি মনে মনে কাণে কাণে কথাটি ক'লে। কথাটি হ'ল এয়ে যে তেওঁ এতিয়া বিধৱা; গতিকে ককায়েকে তেওঁক বিধৱাৰ সাজ পৰিধান কৰিবলৈ অনুমতি দিব লাগে।

আচাৰ্য্য দিবাকৰ মিত্ৰই ৰাজ্যশ্ৰীক লাহে লাহে গম্ভীৰ সুৰত কবলৈ ধৰিলে, "হে আয়ুষ্মতি, মানুহৰ অনৰ্থৰ মূল শোক, এই শোক হৈছে পিশাচৰ আন এটি নাম। শোক হৈছে অন্ধকাৰৰ যৌৱন আৰু এক বিশেষ প্ৰকাৰৰ বিষ, শোকেই হৈছে প্ৰাণীৰ বিয়োগ সাধন নকৰা যমৰাজ, গুমাই নোযোৱা জুই। ই হৈছে ক্ষপনক (*); ই সকলো অপূণ্য কামত সদায় লাগি থাকে অথবা যিকোনো অপূণ্য কামত লগাই দিয়ে। ই হৈছে এনেহেন এবিধ নিদ্ৰা—যি নিদ্ৰাৰ পৰা মানুহে সাৰ পাব নোৱাৰে।"

শোক হ'ল ৰাজ-যক্ষ্মা—যাৰ নাই ক্ষয়, সন্নিপাত (ব্যাধি), শিৱৰ সহচৰ বিনায়ক (এনে সহচৰ—যিয়ে কেৱল বিনাশহে কৰে, অমংগল দায়ক), তেল সংযোগ হোৱা জুইত বায়ুৰ প্ৰকোপ, (চেনেহ পালে উন্মাদ হৈ পৰা বস্তু)।"

---

(*) ক্ষপণক নামৰ এজন সাধু—যিজনে সকলোকে নাশ কৰে।

"শোক হৈছে মনৰ জুই, পানীৰ শুকতা (বিনাশকাৰী), ই হৈছে বাৎস্যল্যৰ পৰা উৎপন্ন হোৱা ৰজোগুণসম্পন্ন বস্তু। ই হৈছে অন্তৰক আঘাত দি সৰ্বদা নিগৰি থকা চকুপানী—দীঘলীয়া অন্ধকাৰ নিশাত প্ৰৱেশ কৰি ফুৰা চোৰ, শোষণকাৰী (শৰীৰক ক্ষীণ কৰি পেলোৱা শক্তি) ই হৈছে মহাভূতৰ (স্থিতি আদি পঞ্চভূতৰ) গাওঁৰ ঘাটক—নিঃশেষ কৰি শূন্যতা (নিৰ্জনতা)ৰ সৃষ্টিৰ কাৰণ।"

........"এই শোক হৈছে সমস্ত লোকক বিনাশ কৰোঁতা দুষ্ট গ্ৰহ, ধূমকেতু. প্ৰাণ অপহৰণকাৰী বিজুলী আৰু বিনামেঘে হোৱা বজ্ৰপাত ; ........"ই বিদ্যাহীনৰ প্ৰকাশক, শাস্ত্ৰৰ গভীৰ তত্ত্বৰ কথা ই বুজি নাপায় ; বিগ্ৰহবোৰৰ (দেহক) বিনাশকাৰী সমস্ত দোষত দোষী ৰজা।"

"অনিন্দ্য বিদ্যাৰ প্ৰকাশক আলোকিত কৰা গ্ৰন্থবোৰৰ গূঢ়-তত্ত্ব আহৰণ কৰাত যিসকল পটু, বহু প্ৰকাৰৰ কাব্য-কলাত যিসকল অভিজ্ঞতাৰে পুষ্ট, যিসকল শাস্ত্ৰ-বিশাৰদ সেইসকলে তিলমাত্ৰও সহিব নোৱাৰে এই শোকৰ আঘাত। নৱমল্লিকা ফুলৰ নিচিনা কোমল আৰু ৰসাল মৃণাল-তন্তুৰ দৰে দুৰ্বলা অবলাসকলৰ অন্তৰত যে এই শোকে প্ৰৱেশ কৰিব নোৱাৰে সেই কথা নকলেও হ'ব।"

"গতিকে হে সত্যব্ৰতে, এনে অৱস্থাত কি কৰিব পৰা যাব কোৱা—অভিযোগ কৰা যাব কাৰ বিৰুদ্ধে, হিয়া ধাকুৰি কান্দিবা কাৰ ওচৰত, হিয়াৰ বেদনাৰ কথা ক'বা কাক ? এতিয়া এইখন মৰতত যিসকল প্ৰকৃততে ধৰ্মত আছে, সেইসকলৰ মুখলৈ চাই ধৈৰ্য্য ধৰিব লাগিব—সহ্যও কৰিব লাগিব সকলো কথা।"

"হে পুণ্যব্ৰতি, প্ৰাচীন ৰীতিবোৰ এনে ধৰণেৰেই চলি আহিছে, ইয়াৰ পৰিৱৰ্তন কৰিব কোনে ? জন্ম-জৰা-মৃত্যু —এইবোৰে মানুহক চিৰকাল ধৰি বান্ধি ৰাখি আহিছে (এইবোৰৰ বন্ধনমুক্ত হব পৰা নাই) এই বন্ধনৰ মাজতে শুই আছে মানুহে, যিখন অন্তঃকৰণক আমি ব্যৱহাৰ কৰো, সেইখন শাসন কৰি আছে পঞ্চভূতৰূপ ধৰি যমৰাজে—অধ্যক্ষ হৈ আৰু সেইজন অধ্যক্ষই (যমৰাজে) কঠোৰভাৱে অনুশাসন কৰি চলাই আহিছে। আয়ুসবোৰ সদায় ক্ষয় হৈ আছে— তাৰ ঠিক সময় স্থিৰ কৰিবলৈ ( নিৰ্ধাৰণ কৰিবলৈ ) ঘৰে ঘৰে প্ৰতিটো হিচাপো

হৈ আছে।"

"জগতৰ সকলো প্ৰাণীৰ প্ৰাণ (জীৱ) লবলৈ বিচৰণ কৰি ফুৰিব লাগিছে যমৰ আদেশ। চকুবোৰ যেন উত্তপ্ত চকু, তেনে চকু ধাৰণ কৰি বিষতুল্য ক'লা বৰণীয়া কালপুৰুষে কাল-পাঁশ লৈ ঘূৰি ফুৰি আছে সৰ্বদিশে। সকলো জীৱকে সংহাৰ কৰা কথাও ঘোষণা হৈ আছে—যেন যমৰাজৰ বিৰাট ঘন্টাৰ কোৰ বাজি আছে ভয়ংকৰ শব্দ কৰি।"

"পৰলোকলৈ গতি কৰা যাত্ৰীসকলৰ কাৰণে পথ তৈয়াৰ কৰা হৈ গৈছে—সেই পথত উৰি আছে যমৰাজৰ মলিন পতাকা; সেই পতাকাৰ ওপৰত দৃষ্টি ৰাখি শগুণবোৰ উৰি আছে। সেইটো পথৰ ওপৰত চলি আছে সেইবোৰ যান-বাহন—যিবোৰত লৈ যোৱা হৈছে কেৱল শৱ-দেহ; শৱদেহপূৰ্ণ যান-বাহনবোৰে গৈ আছে শোকতে চিঞৰি কান্দি থকা বিধৱাসকলক এৰি থৈ—সেই বিধৱাসকলে চুলি আলিমুলি কৰি হৈ আছে শোকত আতুৰা, আৰু তাত চলিছে শিয়াল-শগুনবোৰৰ কোলাহল।"

"প্ৰৱল গতিবেগেৰে বৈ আছে এখন অনিত্যতাৰ নদী। যি পঞ্চভূতৰ সমাৱেশ আমি দেখি আহিছোঁ সেয়াও ক্ষন্তেকীয়া, আমি যিটো দেহা লৈ আছোঁ সেই দেহাও ভাগি যায় ক্ষন্তেকতে। দিনত সাধুসকলে কমণ্ডলু ৰাখিবৰ কাৰণে কাঠ যোগাৰ কৰি যেনেদৰে পিঁজৰা তৈয়াৰ কৰে আৰু সেই পিঁজৰা খুলি দিয়ে ৰাতি—তেনে ধৰণেৰেই যেনিবা এই শৰীৰটো। পাপ আৰু পুণ্য অনুসৰি শৰীৰৰ পৰমাণু বিৱশ হৈ এটাই আনটোক আঘাত কৰে × × ×

"হে মেধাৱিনি, এই সকলোবোৰ কথা বুজি লৈ নিজৰ মনৰ ওপৰত তুমি আন্ধাৰক বিয়পি পৰিবলৈ নিদিবা ; ধৈৰ্য্য ধৰিবলৈ হ'লে ডাঙৰ সহায়ক হিচাপে আছে বিবেকৰ একোটি মুহূৰ্ত। তোমাৰ শোক যিমানে গভীৰ নহওক কিয়— তোমাৰ পিতৃতুল্য জ্যেষ্ঠ ভ্ৰাতৃ আছে তোমাৰ লগত। অন্যথাই তোমাৰ এনে কোনজন আছে যিজনে তোমাৰ সকলো দুখ-কষ্টক মূৰ পাতি লৈ তোমাৰ কল্যাণৰ কাৰণে সংকল্প নকৰাকৈ থাকিব পাৰে। তেৱেঁই সকলো দুখ নিবাৰণ কৰিব। সকলো মানসিক জ্বৰ নিৰাময় আৰু শান্তিৰ একমাত্ৰ উপায় হৈছে

প্ৰব্ৰজ্যা। এয়ে হ'ল উত্তম-কাৰ্য মনস্বীসকলৰ কাৰণে। তোমাৰ এনেহেন দুঃখ-কাতৰ অৱস্থাক নিশ্চয় মহাৰাজ হৰ্ষইও ভাল নাপাব, তেওঁৰ উপদেশ অনুসৰি তুমি কাম কৰা উচিত। তেওঁৰে অধীনত থাকিবা তুমি, তেওঁৰ সেই অধীনতাক তুমি স্বীকাৰ কৰিব লাগিব ভ্ৰাতৃ বুলি, স্নেহশীল বুলি, গুণবান বুলি।"

এই কথাখিনি কৈ তেওঁ মনে মনে থাকিল।

আচাৰ্য্যৰ কথা শেষ হোৱাৰ পিছত ৰজাই ক'লে,

"এনেহেন বচন আৰ্য্য অবিহনে কোনে দিব পাৰে? আপোনা-লোকেই হৈছে জগতৰ বিপদ কালত ৰক্ষাৰ ব্যৱস্থা অৱলম্বনৰ খাই খুটা, ধৰ্মৰ প্ৰতীকো আপোনালোকেই। দৈৱক প্ৰাৰ্থনা নকৰাকৈও এনেহেন বচনৰ পৰা ফল লাভ কৰিব পাৰি। আপোনালোক স্নেহত-কৈও আৰ্দ্ৰ আৰু মোহৰূপী অন্ধকাৰ বিনাশ কৰিব পৰা আলোক।

প্ৰণয়তকৈও ডাঙৰ প্ৰেম-প্ৰীতিক লাভ কৰিবলৈ টান। যিসকলে নিজৰ স্বাৰ্থ-পূৰণৰ কথাকেই কেৱল চিন্তা কৰে, তেওঁলোকে ন্যায়-অন্যায় বিচাৰ কৰিব নোৱাৰে। সজ্জনসকল সমুদ্ৰৰ নিচিনা, তেওঁলোকে নিজেই প্ৰাৰ্থনাৰ মৰ্য্যাদা ৰক্ষা কৰে। নিবিচৰাকৈয়ে আপুনি আমাক দান কৰি দিছে আপোনাৰ শৰীৰ। সেইকাৰণে আপোনাৰ ওচৰত কিছু কথা নিবেদন কৰিব খোজোঁ:

মোৰ এই ভনীজনী বালিকা হৈ আছে, বহুত দুখত তাই জৰ্জৰিতা। পৃথিৱীৰ অন্য কাম এৰিও মই তাইক প্ৰতিপালন কৰিব লাগিব। অথচ মই নিজকে সমৰ্পণ কৰি পেলালোঁ ক্ৰোধৰ ওচৰত; কাৰণ মোৰ দাদাৰ হত্যাৰ অপমান মই সহিব পৰা নাই। প্ৰতিশোধ লবৰ কাৰণে শত্ৰুকুল ধ্বংস কৰিবলৈ মই প্ৰতিজ্ঞাবদ্ধ। সেইকাৰণে মই অনুৰোধ কৰিছোঁ যেন আৰ্য্যই মোৰ কৰ্মত সহায়ক নিজকে নিয়োজিত কৰে।"

"মই আপোনাৰ আলহী; অনুগ্ৰহ কৰি আপুনি আপোনাৰ শৰীৰ মোক দান কৰক। আজিৰ পৰা যেতিয়ালৈকে মই মোৰ প্ৰতিজ্ঞাৰ বোজা পাতলাব নোৱাৰোঁ, পিতাৰ মৃত্যুত পোৱা দুখ আৰু ব্যাকুলতাক প্ৰজাসকলৰ মনৰ পৰা আঁতৰাব নোৱাৰোঁ তেতিয়ালৈকে

যেন আচাৰ্য্যই মোৰ ভনীজনীক ধৰ্মীয় কথাত উদ্বুদ্ধ কৰে আৰু ৰজোগুণৰহিত মংগলকাৰী কথাৰ উপদেশ প্ৰদান কৰে।"

"ধৈৰ্য্য শিক্ষা আৰু দুখ-কষ্ট বিনাশ কৰিব পৰা বিষয়তো ভগবান তথাগতৰ সিদ্ধান্ত আৰু বৌদ্ধ দৰ্শনে জ্ঞান দিয়ে। মোৰ প্ৰতিজ্ঞা পূৰণ কৰি উঠি মই মোৰ ভগ্নীক লৈ যামহি। প্ৰাৰ্থীৰ প্ৰাৰ্থনা ৰক্ষাৰ কাৰণে মহৎ লোকে কৰণীয় সকলোখিনিকে কৰে। ধৈৰ্য্যৰ সমুদ্ৰ আছিল দধীচি, তেওঁ তেওঁৰ নিজৰ হাড় দান কৰিছিল ইন্দ্ৰক। মুনিনাথ বুদ্ধই নিজৰ শৰীৰৰ প্ৰতি কোনো ভ্ৰূক্ষেপ নকৰাকৈ অনুকম্পাত বশ হৈ নিজে নিজকে বহুবাৰ হিংস্ৰ-জন্তুক দিয়া নাছিল জানো? আপুনি নিজেই বহুত উদাহৰণৰ কথা জানে।"

কথাখিনি কৈ হৰ্ষই মনে মনে থাকিল।

ভদন্তই এইবাৰ আকৌ ক'লে, "সজ্জনসকলে কোনো কথা দুবাৰ নকয়। আপোনাৰ ওপৰত মই পৰম সন্তুষ্ট হৈছোঁ, এয়ে মোক আকৰ্ষিতও কৰিছে; মই আপোনাৰ ইচ্ছাৰ অধীন। মই আগতেই মোৰ কায়াক উছৰ্গা কৰিছোঁ; যি কামৰ কাৰণে মোৰ আৱশ্যক হয়, সেই কামতেই মই আপোনাক সহায় কৰিম।"

আচাৰ্য্যৰ কথাত ৰজা পৰম সন্তুষ্ট হ'ল, তেওঁৰ প্ৰণয়ৰ বিষয়টো এনেধৰণে অভিনন্দিত হোৱাত ৰজাৰ পৰম আনন্দ লাগিল আৰু ৰাতিটো তাতেই কটালে।

ৰাতিপুৱা ৰজাই দান কৰিলে বহুত বস্ত্ৰ অলংকাৰ আৰু সকলোকে সন্তোষিত কৰিলে। তাৰ পিছত বাকীসকলক বিদায় দিলে আৰু পিছত আচাৰ্য্য আৰু ৰাজ্যশ্ৰীক লগত লৈ হৰ্ষ ওলাই আহিল। কিছুদূৰ গৈয়েই হৰ্ষই গংগাৰ পাৰত থকা তেওঁৰ সৈন্যৰ চাউনিলৈ উভতি গ'ল।

ৰাজ্যশ্ৰীৰ উদ্ধাৰৰ কাহিনী বন্ধু-বান্ধৱৰ আগত ৰজাই বৰ্ণনা কৰি থাকোঁতেই সূৰ্য্যই গতি কৰিলে অস্তাকাশলৈ। মৌ-ৰস বুকুত

লৈ পিংগল (পীত আভাষযুক্ত নীল ৰঙৰ) পংকজৰ দৰে ক্ৰমে ক্ৰমে হ'ল সংকুচিত। কেঁচা মঙহৰ ৰঙৰ দৰে ৰঙা সূৰুযৰ ৰক্তিমা-কিৰণ বৃদ্ধি হৈ পৰ্বতলৈকে বিয়পি গ'ল। সূৰুযৰ যি ৰশ্মিয়ে পাপ ক্ষয় কৰে সেই ৰশ্মিৰ কিৰণক আকৌ ঘূৰি ল'লে সূৰুযে নিজৰ শৰীৰত— ঠিক কুপিত (অবাধ্য শিষ্য) যাজ্ঞবল্ক্যই মুখেৰে বটিয়াই দিয়া যজুৰ্বেদ মন্ত্ৰ শাকল্য মুনিয়ে বাৰে বাৰে পান কৰাৰ নিচিনাকৈ। ক্ৰমে ক্ৰমে সূৰ্য্যৰ ৰক্তিমা বৃদ্ধি হৈ মঙহৰ ৰঙৰ সমান উজ্জ্বল ৰং ধাৰণ কৰিলে —ঠিক যেন অশ্বত্থামাৰ মুকুটৰ পৰা ভীমে জোৰ কৰি কাঢ়ি নিয়া কেঁচাতেজ-ৰঙা শিৰস্ত্ৰান-ৰত্নৰ ৰং ; নাইবা যেন তপা (উকা?) মূৰৰ শিৰা আৰু নাড়ীৰ ৰক্তেৰে পিতামহ ব্ৰহ্মাৰ মূৰৰ খোলাৰে তৈয়াৰ কৰা ভিক্ষাপাত্ৰ পূৰ্ণ কৰি শিৱই এক উন্মুক্ত-আগ্ৰহেৰে ৰুদ্ৰক ভিক্ষা-দান কৰিছে ; অথবা পিতৃ-হত্যাৰ (জমদগ্নিৰ হত্যাৰ) পিছত বৈ যোৱা তেজৰ ধাৰাৰে পৰশুৰামে (জমদগ্নি ঋষিৰ পুত্ৰ)* তৈয়াৰ কৰা এটি যেন বিস্তীৰ্ণ হ্ৰদ—যি হ্ৰদ পূৰ্ণ হৈছিল বৈ যোৱা অধম ক্ষত্ৰিয়ৰ তেজেৰে আৰু সেই তেজৰ সোঁতত ভাহি উটি আহিছিল হাজাৰ হাজাৰ মালা আৰু সেইবোৰ আছিল দানৱ ক্ষত্ৰিয়ৰ—যাৰ ঘাড়ৰ নিচিনা ডিঙি কাটি পেলোৱা হৈছিল কুঠাৰেৰে ; নতুবা গৰুড়ৰ নখৰ খামোচত বিদীৰ্ণ দেহৰ পৰা প্ৰৱহিত তেজৰ লেও লৈ ভয়তে খোলাৰ মাজতে মূৰ-হাত-ভৰি লুকুৱাই আকাশত ওপঙি ফুৰি থকা যেন বিভাবসু কাছটো ; নতুবা গৰ্ভলৈ নিয়াৰ সময়ত তুখমতী বিনতাই ভাঙি পেলাই দিয়া কণীৰ ভিতৰৰ অৰুণৰ ভ্ৰূণৰ অংশৰ যেন টুকুৰা ; অথবা প্ৰলয় কাল বিলম্ব কৰাৰ বাবে খঙতে কালীয়ে যি সুমেৰুৰ পাৰ ভাঙি পেলাইছিল সেয়া যেন তাৰেই ধাতৱ আকৰ ; অথবা যেন মহা-ভৈৰৱৰ মুখ-মণ্ডল—যি মুখমণ্ডল ভীষণ হৈ উঠিছে এইমাত্ৰ নিহত হোৱা গজ-দানৱৰ তেজত লেও লৈ।

বেলা ভাটি দিছে। ঠিক বেতালৰ লগত তুলনা কৰিব পৰা

(*) ক্ষত্ৰিয়ৰ তেজেৰে পিতৃপুৰুষলৈ তৰ্পণ দিয়াত তেওঁক পিতৃপুৰুষে বৰদান দিছিল। পৰশুৰামে একৈশবাৰ এইখন পৃথিৱী ক্ষত্ৰিয়-শূন্য কৰিবলৈ কুঠাৰ ধাৰণ কৰিছিল। এওঁ বিষ্ণুৰ ষষ্ঠ অৱতাৰ।

ধৰণৰ সন্ধিয়াটোৱে সমুদ্ৰৰ পানীত ৰঞ্জিত মেঘৰ প্ৰতিবিম্ব হৈ আশ্ৰয় লৈছে—যেন সিহঁতে মঙহ খাইছে কেঁচাই কেঁচাই। সন্ধিয়া-ৰাগেৰে ৰঞ্জিত হৈ উঠিছে সাগৰৰ ঢৌ: তাকে দেখি এনে ভাব হয় যেন বিষ্ণুৰ উৰুৰ আঘাতত ভাঙি যোৱা মধু আৰু কৈতভৰ তেজেৰে সমুদ্ৰৰ পানী আকৌ ৰঙা হৈছে।

সন্ধিয়া পাৰ হৈ গ'ল। হৰ্ষৰ কাৰণে নিশাদেৱীয়ে লৈ আহিল চন্দ্ৰমাৰ উপহাৰ। এনেহে লাগিছিল যেন যশস্যা লাভৰ অপৰিমিত পিপাসাই তেওঁৰ নিজৰ কূলৰ গৌৰৱ-ৰঞ্জিত মুক্তা-পৰ্বতৰ শিলাৰে তৈয়াৰ কৰা মধুপাত্ৰ লৈ আহিছে; নাইবা সত্যযুগ প্ৰৱৰ্তন কৰিবলৈ উদ্যত তেওঁৰ (হৰ্ষৰ) কাৰণে ৰাজ্যশ্ৰী আদিৰ নামাংকিত শাসন-মুদ্ৰা লৈ আহিছে; অথবা তেওঁৰ দিগ্বিজয়ৰ ক্ষেত্ৰত (সকলো দ্বীপ বিজয়ৰ হেতু) সেৱা আগবঢ়াবৰ কাৰণে শ্বেত-দ্বীপৰ পৰা দূত (প্ৰতিনিধি) প্ৰেৰণ কৰিছে (ভাগ্যৰ অধিষ্ঠাত্ৰী দেৱী ৰাজলক্ষ্মীয়ে শ্বেত-দ্বীপৰ পৰা দূত প্ৰেৰণ কৰিছে)। □

## ॥ পৰিশিষ্ট ॥

[ বাণভট্টই তেওঁৰ অসাধাৰণ বৰ্ণন-ক্ষমতাৰে কাব্যিক অনুভূতিৰ সূক্ষ্মতম দিশটোৰ লগতে চিত্ৰ-কল্পনাৰ গভীৰতাৰ নিদৰ্শন দাঙি ধৰিছে। প্ৰসংগ অনুসৰি নৈসৰ্গিক বৰ্ণনা, জীৱনৰ একোটা অৱস্থাৰ বৰ্ণনা. সামাজিক ক্ষেত্ৰৰ বৰ্ণনা আদিৰ মাজতো তেওঁৰ কল্পনাৰ জগতখনৰ মাজত বাস্তৱ জগতখনক দেখা পোৱা যায়। 'হৰ্ষচৰিত'ৰ অনুবাদক পুথিৰ মূল অংশৰ কাহিনীভাগৰ ধাৰাবাহিকতা ৰক্ষা কৰি বৰ্ণনাত্মক ক্ষেত্ৰবোৰৰ অনুবাদ ঠায়ে ঠায়ে সংক্ষিপ্ত কৰা হৈছে ; ফলত মূলৰ বৰ্ণনাৰ উপভোগ্য দিশটোৰ পৰা পাঠকক বঞ্চিত কৰা হৈছে বুলি অনুভূত হ'ল। সেই কাৰণে বাণভট্টৰ বৰ্ণন ক্ষমতাই সামৰি লোৱা কিছুমান অংশৰ বিষয়ে পাঠকক সম্যক ধাৰণা দিবৰ কাৰণে পুথিৰ কেইটামান বৰ্ণনামূলক অংশৰ মুকলি অনুবাদ ইয়াত সন্নিৱিষ্ট কৰা হ'ল।

—অনুবাদক ]

### সন্ধ্যা-বৰ্ণনা : সৰগৰ (প্ৰথম উচ্ছ্বাস)

[ দুৰ্বাসাৰ অভিশাপৰ পিছত দুঃখকাতৰা সৰস্বতী ········ তেতিয়া বেলি ভাটি দিছে ················ ]

সৰস্বতীৰ অৱতৰণ (পৃথিৱীলৈ) হ'ব বুলি বতৰা কোৱাৰ পিছতেই মধ্যমলোকলৈ গতি কৰিলে সূৰ্য্যই। ক্ৰমে ক্ৰমে কমি আহি আছে দিনৰ আলোক-দীপ্তি, কমলিনী (পদুম)বোৰে মুকুলিত হব ধৰা দেখি বিষণ্ণ হৈ পৰিছে সৰোবৰে। মদিৰা পান কৰি নিচাত বিভোৰা কামিনীসকলৰ কটাক্ষ-দৃষ্টিত ক্ৰোধান্বিত হৈ পৰা বান্দৰ পোৱালীৰ মুখমণ্ডলৰ বৰণ ৰঙা পৰাৰ নিচিনাকৈ সমগ্ৰ বিশ্বৰ একমাত্ৰ চকু

ভগৱান সূৰ্য্যই যেন প্ৰচণ্ড গতিবেগ ধাৰণ কৰি পৰ্বতৰ শিখৰত অৱতৰণ কৰিলেগৈ।

সৰগৰ আশ্ৰমৰ ওচৰৰ ঠাইবোৰ শুভ্ৰ হৈ পৰিছে—গাই গৰুৰ ওহাৰৰ পৰা নিগৰিত হোৱা গাখীৰৰ ধাৰাৰে; এনেহে লাগিছে যেন চন্দ্ৰোদয় হব ধৰিছে আৰু চন্দ্ৰোদয়ৰ সময়খিনিক যেন ক্ষীৰ সমুদ্ৰৰ ঢৌৱে ধুই পেলাইছে। ঐৰাৱতে চোঁৱৰ ধাৰণ কৰি ওলাইছে যেন সান্ধ্য-ভ্ৰমণৰ কাৰণে; সি যেন নদীৰ সোণালী পাৰত তাৰ দীঘলীয়া দাঁত ঘঁহিছে আৰু সেই দাঁত যেন হৈ পৰিছে ৰঙা, আৰু তেনেকৈয়ে দাঁত ৰঙা কৰি মন্দাকিনীৰ পাৰ ঘুকটি গ'ল।

আকাশো হৈ পৰিছে ৰক্তিম—ঠিক যেন সহচৰী বিদ্যাধৰী অভিসাৰিকাহেঁ ওলাই আহিছে খোজকাঢ়ি; আৰু যেন অভিসাৰিকাৰ ৰঙা চৰণৰ ৰঙৰ ছাপ পৰি গৈছে আকাশ-পথত।

মুনিসকলে বেলি যাৰ যোৱা অৱস্থাত নক্ষত্ৰ-পথত অস্তমিত সুৰুযক অৰ্ঘ্য দান কৰি শুচি গ'ল; সকলো দিশ ৰঞ্জিত এতিয়া; কুসম্ভীফুলৰ দৰে ৰক্তিম হৈ পৰিল চাৰিওফাল—সন্ধিয়াই যেন শিৱ-স্তুতি কৰি পৰম আনন্দিতা হৈছে আৰু তেওঁৰ শৰীৰৰ পৰা ওলাব লাগিছে শ্বেত-কণিকা, মুনিসকলে যেন হাতত অঞ্জলি লৈ আছে বন্দনা কৰিবলৈ —যেন ব্ৰহ্মাই যি পদুমৰ পৰা উৎপত্তি লাভ কৰিছিল সেই পদুমৰ সেৱাৰ কাৰণে সকলো পদুম একগোট হৈছেহি ব্ৰহ্মালোকত। এনে ধৰণেৰে হৈ পৰিছে ব্ৰহ্মালোক সুশোভিত।

সান্ধ্য-সৱন (যজ্ঞীয় স্নান) বিষয়ৰ বেদ-মন্ত্ৰ যেন উচ্চাৰণ কৰিব ব্ৰহ্মাই নিজে; সপ্তৰ্ষিমণ্ডলৰ মন্দিৰৰ চৌহদ আলোকিত হ'ল চৌহদতে অনুষ্ঠিত হোৱা যজ্ঞৰ বহ্নিৰ শিখাৰে; এনেহে লাগিছে যেন ধৰ্মমন্দিৰত চলি আছে আৰতি আৰু ঋষিসকলে অঘমৰ্ষণ মন্ত্ৰ জপ কৰি পাপৰূপী বিষাক্ত ৰোগ নাশ কৰি উঠাৰ পিছত লাভ কৰিছে পৰম স্বস্তি।

সান্ধ্য উপাসনাৰ বাবে ঋষিসকলেও বহি গ'ল মন্দাকিনীৰ পাৰত। মন্দাকিনীৰ পাৰ হ'ল সুপৱিত্ৰ, কমলযোনীৰ বাহন ৰাজহাঁহবোৰে মন্দাকিনীৰ পানীত সাতুৰিবলৈ ধৰিছে—এই ৰাজহাঁহবোৰেই যেন

সেইবোৰৰ হাঁহি, সেই হাঁহিত তৰংগ-উত্তাল হ'ল নদী মন্দাকিনী। জলদেৱতাৰ ছত্ৰৰ নিচিনা আৰু পক্ষী-কামিনীসকলৰ অন্তঃপুৰৰ প্ৰাসাদ যেন কুমুদ-বনত বিয়পি পৰিল মধুগোন্ধ ; সেই মধুগোন্ধত নিজে-নিজেই আত্মহাৰা হৈ পৰিছিল মধুকৰবোৰ (ভোমোৰাবোৰ)। দিনৰ অন্ত পৰিল, পদুমৰ মৌ পান কৰি একেলগে শয়ন কৰিবৰ কাৰণে ব্যাকুল হৈ পৰিল ৰাজহাঁহবোৰ ; ৰাজহাঁহবোৰে শৰীৰত ধঁহি লৈছে কোমল মৃণাল, ডিঙি কুণ্ডলিত কৰি পাখি মেলি বিছি দিছে পদুম-বনক।

নদী ধূসৰিত হ'ল পাৰত ফুলা লতাফুলৰ পৰাগেৰে। নাৰীসকলৰ চুলিৰ খোপাত বন্দী হ'ল চামেলী ফুলৰ গোন্ধ ; সেই আমেজভৰা গোন্ধ নাকত লৈ টনা নিশ্বাসৰ দৰে ববলৈ ধৰিলে সন্ধিয়াৰ মৃদু বতাহ।

পদুম-বনত সংকুচিত হৈছিল পদুম। পৰাগেৰে ভৰি আছিল পদুম, ইয়াৰ কেসৰ-বন্ধনৰ ভিতৰ কোঠাত শুই পৰিল ভ্ৰমৰৰ জাক। নৃত্য কৰি থকা সময়ত উঠা লহৰত ধূৰ্য্যতিৰ (ভগবান শংকৰৰ) জঁটাত ফুলি উঠা ফুলৰ কলিৰ নিচিনাকৈ তৰাৰ থোপাৰে ভৰি পৰিল আকাশ।

সন্ধিয়াৰ আগম কালত আকাশ হৈ পৰিছে তাম-বৰণীয়া, পকা তাল-ফলৰ ওপৰৰ ছালৰ নিচিনা বৰণ ধৰা ক'লা মেঘৰ নিচিনাকৈ ঘন হৈ অহা অন্ধকাৰে পৃথিৱীক ঢাকি পেলালে। তৰুণ-কোমল অন্ধকাৰ বিদাৰ কৰি যাব পৰা নিশাৰূপী কামিনীৰ কাণত পিন্ধি লোৱা চম্পাফুলৰ কলিৰ দৰে পোহৰে আন্ধাৰক খেদি দি যেন প্ৰদীপ জ্বলালে। সেই প্ৰদীপ যেন জ্বলি উঠিল ভালকৈয়ে।

শুকান নীলা বালিৰে ভৰা যমুনাৰ পাৰৰ নিচিনাকৈ পুৱ-ফালৰ অগ্ৰভাগত দেখা গৈছে সামান্য সুকুয-ৰশ্মি। সেই ৰশ্মিৰ ক্ৰম-বৰ্ধমান আলোকৰ সন্মুখত পৰি ক্ৰমে ক্ৰমে অন্ধকাৰ ক্ষীণ হৈ যাবলৈ ধৰিলে। কামিনীৰ মনৰ ক্ষন্তেকীয়া ক্ষোভৰ অন্ধকাৰ চন্দ্ৰৰ কিৰণে নাইকিয়া কৰাৰ দৰে চহা-পখীৰ ৰঙৰ নিচিনাকৈ পোহৰত মিলি গ'ল অন্ধকাৰ। নৈশ-কামিণীৰ ওঁঠৰ ৰাগীৰ নিচিনাকৈ ৰঙা আভা লৈ শ্বেত-সূৰ্য্য উদিত হ'ল—যেন উদয়গিৰিৰ শিখৰৰ গুহাত থকা কোনোবাটি সিংহই

নখেৰে মাৰি পেলোৱা হৰিণাৰ তেজৰ ধাৰাই তাৰেই ( সিংহৰেই ) দেহা ৰঙা কৰি পেলাইছে। স্থিৰ পৰ্বতৰ চন্দ্ৰকান্ত মণিক পানীৰ সোঁতত ধোৱা গৈ অন্ধকাৰ যেন বিনাশ হৈ গ'ল............ । ☐

---

## গ্ৰীষ্ম-বৰ্ণনা ( দ্বিতীয় উচ্ছ্বাস )

[ .........ৰাজভৱনৰ পৰা গৈ বন্ধু-বান্ধৱক পুনৰ লগ পালে বাণভট্টই........... তেওঁ ভ্ৰমণ কৰি ফুৰিছে আনন্দেৰে সেইসকলৰ মাজত গ্ৰীষ্ম ঋতুতে...........যিটো গ্ৰীষ্ম ঋতুৰ অভিজ্ঞতাই বাণক আকৰ্ষিত কৰিলে তাৰ ফলতে ৰচিত অংশত গ্ৰীষ্মৰ বৰ্ণনা........ ...]

........মহাকাল নাম এই গ্ৰীষ্মৰ। এই মহাকালে অট্টহাস্য কৰিছে আনন্দতে, গ্ৰাস কৰিছে বসন্ত কালৰ মাহ-ছুটিক। ক্ষন্তেক আগতে পৰাজয় বৰণ কৰি পলাই যোৱা বসন্তৰূপী সামন্তই দুগ্ধপোষ্য শিশুৰ পিয়াহৰ সমানে পিয়াহত আতুৰ কৰিছে নতুন নতুন উদ্যানবোৰক। সেই হেন উদ্যানক মিছা চেনেহ যাচিবৰ কাৰণে ব্যৱহাৰত কোমল হৈ দেখুৱালে গ্ৰীষ্মই আৱিৰ্ভাব হৈ, তাপ বিস্তৃত কৰি খুলি দিলে ফুলৰ বন্ধন—ঠিক যেন বন্দীগৃহৰ পৰা ৰজাই 'বন্দীসকলক মুকলি কৰি দিছে। ঋতুৰাজ বসন্তৰ অভিষেকৰ দ্বাৰা আৰ্দ্ৰ হৈ থকা সুন্দৰীসকলৰ ধুনীয়া চোঁৱৰৰ নিচিনা চুলিৰ পাশত যেন কুসুমায়ুধ কামদেৱেহে আশ্ৰয় লৈছেগৈ। সমস্ত কমলিনী পুৰি ছাই হৈ গ'ল বুলি খঙতে সূৰ্য্যাই যেন গুচি গৈছে হিমালয়ৰ ফালে।

এতিয়া সূৰ্য্যাৰ তাপ হৈছে চোকা। নাৰীসকলৰ কপাল যেন চন্দ্ৰমা, সেই চন্দ্ৰমাত লাগিছে যেন চন্দনৰ ফোঁট, সেই ফোঁট পিন্ধি চন্দ্ৰমাই যেন আৰাধনাৰ কাৰণে ব্ৰত পালন কৰিছে। নাৰী-চন্দ্ৰমাৰ কেঁকোৰা চুলিকোছা যেন ফটা-ছিৰা বস্ত্ৰ আৰু কাণ দুখনেৰে বৈ যোৱা ঘামৰ টোপালবোৰ যেন মুকুতাৰে গঠা জপ-মালিকা। সেই

ফটা বস্ত্র আৰু জপ-মালিকা ধাৰণ কৰি যেন নিয়মিতৰূপে সূৰ্য্যক আৰাধনা কৰি আছে। চন্দনৰ নিচিনা লেওটোৱে ধাৰণ কৰিছে ধূসৰ বৰণ, তেনে ধূসৰ বৰণৰ কুমুদিনীৰ নিচিনা সুন্দৰীসকলে দিনতেই টোপনিত বিভোৰ হৈ আছে। নিদ্ৰালু সুন্দৰীসকলে কেৱল সূৰ্য্যৰ পোহৰেই নহয়—বস্তুৰ পোহৰকো সহ্য কৰিব নোৱাৰে।

এটা নদীৰ নিচিনা এই গ্ৰীষ্মকাল। জোনালী নিশাবোৰকো গ্ৰীষ্মকালে ছুটি কৰি দিয়ে; আৰু সেইকাৰণেই সেই নদী আৰু সেই ৰাতিলৈ অভিনন্দন জ্ঞাপন কৰে চক্ৰবাক মিথুনবোৰে। সূৰ্য্যৰ সন্তাপ ইমানেই বাঢ়িছে যেন পাটল (গোলাপী) পুষ্পৰ সুগন্ধিত পানীৰে পিয়াহ গুচাব, আৰু সেই পানীৰে পিয়াহ পলোৱাই অকল নহয়—সুগন্ধী বতাহো যেন পান কৰিব।

ক্ৰমে ক্ৰমে গ্ৰীষ্ম কঠোৰ হৈ যাব লাগিছে। সূৰ্য্যৰ কিৰণে শৈশবাৱস্থা চেৰাই গৈছে, শুকুৱাব লাগিছে পুখুৰীৰ পানী। বৈ থকা পানীৰ সোঁতত আৰু তীব্ৰতা নাই—বৈ আছে লেহেম গতিৰে। নিজৰা-বোৰ ক্ষীণ হৈ যাব ধৰিছে। জিলিয়ে তুলিব ধৰিছে ঝংকাৰ, কাতৰ-কপৌৰ দীঘলীয়া কুজনত আৰ্তস্বৰ; আৰু সেই আৰ্তস্বৰধ্বনিয়ে যেন বধিৰ কৰি পেলাইছে জগতখনক। চৰাইবোৰে ফোঁপাব লাগিছে, বতাহে উৰুৱাই দিব ধৰিছে গোবৰৰ গুড়িবোৰ। লতাৰ সংখ্যা কমি যাব লাগিছে, ঘাতকীৰ ৰঙা ৰঙা থোপাবোৰক তেজ বুলি ভ্ৰম কৰি সিংহৰ পোৱালীবোৰে মুখেৰে লেলাৱতী বোৱাব ধৰিছে। হাতীবোৰ এতিয়া ক্লান্ত, সিহঁত (হাতীবোৰ) কাতৰ হৈছে সূৰ্য্যৰ তাপত, সিহঁতৰ গাৰ পৰা ঘামৰ দৰে নিসৃত হৈছে শুকান ক'লা মদৰস—মদলেখাত পৰি পৰি পিপাসাৰ্ত ভোমোৰাবোৰে মুক হৈ আছে।

সীমান্তত উপনীত হৈছে সেন্দুৰীয়া 'মন্দাৰ' (মদাৰ ?) ফুলৰ ৰক্তিমা। পানী ওলাব বুলি ভাবি জল-মোহগ্ৰস্ত ম'হবোৰে শিঙৰ আগেৰে আচুৰিব লাগিছে স্ফটিক-শিলা। প্ৰচণ্ড তাপত শুকাই যোৱা লতা-বোৰৰ পৰা মৰ্মৰ শব্দ ওলাইছে। বনৰীয়া কুকুৰাবোৰ কাতৰ হৈ পৰি আছে তুষাগ্নিৰ নিচিনা তপত ধূলিৰ ওপৰত। গাঁতত আশ্ৰয় লৈছেগৈ কেটেলা পহুবোৰে; ওচৰতে থকা অৰ্জুন গছত পৰি কপৌ

চৰায়ে তুলিছে অস্বস্তিকৰ কুৰুলি-ধ্বনি ; সেই ধ্বনিত ভীত হৈছে শুকাই যাব ধৰা পুখুৰীৰ পানীৰ মাছবোৰ, সিহঁতে ভয়তে জিকাৰ মাৰি উঠিছে। হাবিত জুই লাগিছে—সেই জুই দেখি ভাব হয় যেন গোটেই জগতখন ভৰি পৰিছে আৰতীৰে। সেয়া যেন হৈ পৰিছে কালৰাত্ৰিৰ ক্ষয়ৰোগ।

চাৰিওপিনে উন্মাদৰ দৰে বলিব লাগিছে বতাহ। প্ৰবল কোবেৰে আহি উৰুৱাই নিছে জলঘৰৰ ছাল—কোনো বাধা পোৱা নাই। উৰুৱাই নিয়া ঘৰৰ ছালৰ সামগ্ৰীবোৰ শিলাময় ঠাইত পৰিছেগৈ, আৰু পৰিছেগৈও এনেভাৱে যেন সেইবোৰে কাঁইটৰ বিন্ধাৰ খজুৱতিত ৰব নোৱাৰি টান মাটিৰ চপৰাত গা ঘঁহি খজুৱতি পলুৱাব ধৰিছেগৈ। তাৰে ঘঁহনিত উৰিছে শিলৰ মোটা মোটা গুড়িবোৰ। মুচুকুন্দ আৰু কন্দলৰ কলিবোৰ ছট্-ছট্কৈ সৰি পৰিবলৈ ধৰিছে। সেয়া আছিল যেন সিহঁতৰ সুতীক্ষ্ণ দাঁত।

সূৰুযৰ প্ৰখৰ তাপ সহিব পৰা ফৰিংবোৰে তুলিছিল ৰব, সিহঁতৰ মুখৰ পৰা ওলাইছিল জলকণা, সেই জলকণাৰে ভিজি উঠিছিল সিহঁতৰ দেহ—ঠিক যেন উঠি অহা সূৰুযৰ উত্তাপৰ ঘোৰ আতংকত সিহঁতে মৰীচিকা-নদীৰ জলাধাৰাত সাঁতুৰিব লাগিছে।

শমীবৃক্ষৰ শুকান পাতবোৰ মৰুভূমিৰ ধূলিৰ সীৰলুৰ চিকচিকীয়া পথত সিচৰিত হৈ পৰিছিল—যাৰ ওপৰেদি উৰি গৈছে কোবাল বতাহ ; আৰু মৰ্মৰ শব্দ কৰি বতাহৰ লগতে অদ্ভুত দক্ষতা প্ৰদৰ্শন কৰি সেইবোৰে বেগাই পাৰ হৈ গৈছে। ঘূৰ্ণীয়মান বায়ু-মণ্ডলীয়ে কুণ্ডলী পকাই উৰুৱাইছে ধূলি—সেইবোৰ যেন ধূলিৰ নৃত্য, এটা নৃত্যৰ পিছত আকৌ এটা নতুন নৃত্য ; এনেধৰণেৰে চলি আছে নৃত্যৰ সবাহ। নৃত্যৰ নটও আকৌ সেইবোৰেই।

পুৰণা বননিখনৰ ছাইৰে ক'লা পৰিছে ঠাইবোৰ, ছাইবোৰ একগোট হৈ যেন ক্ষপণক (বৌদ্ধ-সন্ন্যাসী)ৰ বৃত্তি শিকি লৈ ময়ুৰ-পাখিৰ ৰূপ-ধাৰণ কৰিছে। কৰঞ্জমঞ্জৰীৰ শুকান গুটিত খট্খট্ শব্দ উঠিছে, সেই শব্দবোৰ এনেহে লাগিছে যেন সেয়া আছিল সিহঁতৰ বিদায় কালৰ বাদ্য, সূৰুযৰ তাপত কাতৰ হৈ পৰা বনৰীয়া ম'হৰ নাকৰ

নিচিনা বনৰ পৰা ওলাই অহা গভীৰ নিশ্বাস, সেই নিশ্বাসৰ শব্দ শুনি এনেকুৱা ধাৰণা হয় যেন অংকুৰ ফুটি বাহিৰ হৈ ওলাই আহিছে; আৰু সিহঁতৰ পিছে পিছে দৌৰিছে যেন বেগী হৰিণাৰ নিচিনাকৈ ম'হৰ পোৱালীবোৰে।

উত্তপ্ত বতাহ বলিছে। যেন দেহা পুৰি যাব। সেয়া যেন অবীচি নামৰ নৰকৰহে জ্বালা। শিমলু তুলাক যেন আকৰ্ষণ কৰিছে শুকান বিৰিণাৰ পাতে, ভাব হয় যেন সেইবোৰ আক্ৰান্ত হৈছে দদ্ৰু (খৰ) ৰোগেৰে, আৰু তুলাৰ গাৰ খৰ খজুৱাবৰ কাৰণে আছিল যেন শুকান বিৰিণাৰ পাতবোৰ। তৃণবোৰ পাকখাই হৈছিল বেণীৰ নিচিনা; সেই বেণীবোৰ উৰি আছিল আৰু উৰণ দেখি ভাব হৈছিল যেন সেয়া শিৰ ওলোৱা ৰোগী। নতুন যববোৰ বতাহতে আছিল হালিজালি, যবৰ আগবোৰ সুতীক্ষ্ণ—দেখি ভাব হৈছিল যেন সেইবোৰ আছিল দাড়িহে, শজাৰু (কেটেলা পহু?)ৰ দাতহে, জুই শিখাৰ নিচিনা যেন জিভাহে।

ছাল সলোৱা সাপৰ মোট যেন শিৰস্ত্ৰানৰ চূড়া। ব্ৰহ্মাণ্ডৰ সকলো ৰসকে শুহি পেলাবৰ আশাৰে গ্ৰীষ্মই সম্প্ৰতি অভ্যাস কৰিছে পদুমৰ মৌ খাই। 'যিমান পানী আছে শুহি, লৈ যাম' বুলি ঘোষণা কৰিছে গ্ৰীষ্মই— এই ঘোষণা যেন প্ৰচাৰ কৰি দিছে শুকান বাঁহৰ চোপত প্ৰচণ্ড ভাবে শব্দ কৰি।

এনে ধৰণেৰে বায়ুৱে সৃষ্টি কৰিছে বিভীষিকা। চহা-পখীৰ পাখি মেলি সিহঁতে ঢাকি ধৰিছে সকলো পথ। বায়ুৰ প্ৰকাণ্ড শৰীৰক জ্বলি থকা এঙাৰ যেন সূৰ্য্যৰ তপ্ত কিৰণেৰে পুৰি ক'লা কৰি পেলাইছে আৰু ৰঙা গুঞ্জ (এবিধ ফল)ৰ সমান অগ্নিকণা বহনকাৰী এঙাৰক বতাহৰ অংগবস্ত্ৰ হিচাপে পিন্ধোৱাৰ দিহা কৰিছে। বতাহৰ দেহা হৈছে ৰঙা ৰঙেৰে ৰঞ্জিত আৰু গিৰি-গুহাত গম্ভীৰ শব্দ তুলি ভ্ৰমৰ সৃষ্টি কৰিছে।

এইখন পৃথিৱীক ভস্ম কৰিবলৈ আহিছে চতুৰ বাংধনি; সেই বাংধনিয়ে বান্ধিবলৈ অগ্ৰসৰ হৈছে আৰু চকুৰ তলত কোচা-কোচাকৈ আতি অগ্নি সংযোগ কৰি স্ফুৰাই দিছে কাঠ (খৰি); সেয়া যেন অগ্নিলৈ আগবঢ়োৱা তৰ্পন আৰু তাৰেই দিয়া হৈছে আহুতি। এনে

ধৰণেৰেই বায়ুৱে গছত লগা জুইক তৃপ্ত কৰিছে।

বায়ুৰ গতিবেগত উত্তপ্ত বালিত উঠিছে আকাশৰ তৰাৰ তিৰ-বিৰণি। উত্তপ্ত শিলৰ পৰা বিগলিত শিলাৰস (প্ৰচণ্ড তাপত শিল গলি ৰস ওলাইছে?) উলিয়াই (পানীৰ পৰা) বঞ্চিত কৰিছে যেন সকলো দিশক। হাবিত লগা জুইৰ তাপত বনৰীয়া চৰাইৰ কণী-বোৰ ফাটি গৈছে আৰু ফটা কণীৰ খণ্ডবোৰ পৰিছেগৈ যেন গছৰ খোৰোঙত; গছৰ খোৰোঙত লুকাই থকা কীটবোৰো একেলগে পোৰা গৈছে খোৰোঙতে আৰু তাৰ পৰা ওলাইছে দুৰ্গন্ধ……। □

---

## গাঁওলীয়া অঞ্চলৰ বৰ্ণনা (৭ম উচ্ছ্বাস)

[ভনীয়েক ৰাজশ্ৰীক বিচাৰি হৰ্ষবৰ্ধনৰ বিন্ধ্যপৰ্বতলৈ যাত্ৰা……]

বিন্ধ্য-বনত প্ৰৱেশ কৰিবলৈ গৈয়েই হৰ্ষবৰ্ধনে চাৰিওফালে দৃষ্টি-পাত কৰিলে। তেওঁ দেখিলে ওচৰৰ গাঁওবোৰ। তেওঁ অভিভূত হ'ল। সুন্দৰ বনভূমি। তেওঁ দেখা পালে ছমাহতে পকাধানৰ পতান-বোৰ থুপ কৰি থৈ পিছত পুৰি পেলোৱা হৈছে। তাৰে ধোঁৱা বিয়পি পৰিছে চাৰিওফালে, ধোঁৱাত ঠাইবোৰ হৈছে মলিন। ধোঁৱাৰে ধূসৰ হৈ পৰা বটগছৰ শুকান ডাল কাটি আনি সজোৱা হৈছে গোহালী; বিশাল বটগছবোৰৰ চাৰিওফালে গোহালীবোৰ। কৰবাত কৰবাত আকৌ বাঘে আক্ৰমণ কৰি দামুৰীবোৰক মাৰি পেলায় কাৰণে মানুহ-বোৰে বাঘ ধৰিবলৈ ফান্দ পাতিছে। দামুৰীবোৰ তেওঁলোকৰ যেন নিজৰ সন্তান।

অন্যলোকে কুঠাৰেৰে গছ কাটিবলৈ আহে; সেইবোৰ মানুহৰ কুঠাৰবোৰ বল প্ৰয়োগ কৰি কাঢ়ি নিয়া হৈছে। ঘন গছে আগুৰা

ঠাইৰ মাজত সজা আছে চামুণ্ডাদেৱীৰ মণ্ডপ।

হাবিতলীয়া গাওঁৰ চাৰিওফালে কেৱল হাবি, হাবিত বাহিৰে আৰু একো দেখা নাযায়। সেই কাৰণেই হব পায় খেতিয়কসকলে পৰিয়ালৰ ভৰণ-পোষণৰ চিন্তাত সদায় অধীৰ হৈ থাকে। ভৰণ-পোষণৰ চিন্তাত দুৰ্বল হৈ পৰা মানুহবোৰে মাটি চহাবলৈ কোদালকে ব্যৱহাৰ কৰে। মাটি কটোঁতে কষ্টত মুখেৰে শব্দ ওলায়। কোদালেৰে খান্দি একোডোখৰ মাটি প্ৰস্তুত কৰি উলিয়ায় খেতিৰ কাৰণে। কৰবাত আকৌ মাটি এনেয়ে পৰি থাকে; তাত জন্মে কাশগছ (এবিধ তৃণ) আৰু তাৰেই ভৰি পৰে মাটিবোৰ। মাটিবোৰ ক'লা লোহাৰ নিচিনা টান। সেই কাৰণে মাটি উপযোগী কৰি লবলৈ একমাত্ৰ সহায় হ'ল কোদাল। ঠায়ে ঠায়ে আকৌ কটা গছৰ শিপাৰ পৰা নতুন গজালি ওলাইছে আৰু তাৰ পৰা ওলাইছে পাত।

কৰবাত কৰবাত আকৌ মাটিত বাগৰি পৰা কাঁইটীয়া গছৰ ডালহীন বাগুৰ পৰা ওলাইছে নতুন নতুন গজালি। কৰবাত আকৌ ঘন ঘন শ্যামাক [ধানৰ নিচিনাকৈ পেটত চাউল ধৰা এবিধ বন, (বনগুটি ?)] বন ভৰি থাকে, তাত সোমাব নোৱাৰি, মাটি চহোৱাও টান। 'অলম্বুস' (লাজুকী লতা) য়ো আগুৰি ৰাখে বহুত মাটি। তাত কিন্তু অভাৱ নাই কুঁহিয়াৰৰ জাৰণি। কোকিলাক্য (গুল্ম-জাতীয়) বনৰ কাৰণে যাবলৈও অসুবিধা। নিৰ্দিষ্ট ঠাইত খেতি চলিয়েই থাকে; কিন্তু মাটিৰ ওচৰতে ওখ ঠাই থকাৰ কাৰণে তাত হিংস্ৰজন্তুৰ উপদ্ৰৱ হয় বেছি।

হাবিলৈ সোমোৱাৰ পথৰ মুখতে পায় জলাশয়। এই জলাশয়বোৰ ডাঙৰ ডাঙৰ গছৰ ওচৰতে হোৱা। বাটৰুৱাসকলে তালৈকে আহে আৰু তেওঁলোকৰ ভৰিৰ ধূলি মচে গছৰ কোমল পাতেৰে। সেইবাবে গছৰ তলি হয় ধূলিৰে ধূসৰিত। এনেদৰে ধূলি জোকাৰি মানুহবোৰ বহে গছৰ তলত আৰু ধূলি সাৰিবলৈ অনা পাতবোৰ তাতেই পৰি থাকে।

গ্ৰীষ্ম কালৰ উত্তাপত পিয়াহ পলুৱাবলৈ বাটৰুৱাৰ কাৰণে নতুনকৈ খান্দি উলিওৱা নাদৰ ওপৰত 'সাল' গছৰ ফুলৰ থোপাৰে চিন দি

খোৱা হয় আৰু কাষত 'নাগস্ফুট' (নাগফণা ?) ধাঁহেৰে ঘেৰি দিয়া হয়। ঘনকৈ ছোৱা ধাঁহেৰে (খেৰেৰে ? সৰু সৰু পঁজাঘৰ সজা আছে। বাটৰুৱাই চাতুগুড়ি (সান্দহ গুড়ি ?) খাই উঠি যিটো মাটিৰ পাত্ৰ পেলাই দিয়ে তাত বনৰীৰা মাখি পৰি ঢাকি পেলায়। মানুহবোৰে খোৱা ঠাইৰ কাষতে থকা জলাশয়ৰ পাৰবোৰ হয় ৰং-বিৰঙীয়া, উৰি যোৱা পৰাগৰ ধূলি যেন 'ধূলী কদম্ব' (কদম) ফুলৰ দৰেই ঠাইডোখৰ ৰোমাঞ্চকৰ হৈ পৰে।

জলাশয়ৰ ওপৰত সজা আছে কাঠৰ সৰু সৰু মঞ্চ, মঞ্চৰ ওপৰত ৰখা হয় পানীৰ কলহ ; কলহবোৰৰ বাহিৰৰ ফালত লাগি থাকে পানীৰ কণিকাবোৰ ; দেখিলেই যেন বাটৰুৱাসকলৰ পানীৰ পিয়াহ গুচে। কোনো কোনো ঠাইত বালিৰ ওপৰত ৰখা কলহত চেঁচা পানী ৰাখি শ্ৰম লাঘৱ কৰা হৈছে ; কিন্তু শুকান শেলুৱৈৰ নীলা বা ক'লা জলাশয় অথবা 'মটকি' (এবিধ ডিঙি দীঘল কলহ)ত ৰখা পানী শীতল হৈ থাকে। আকৌ সেইটো পানী-কলহৰ বাহিৰত আগুৰি থকা ৰঙচুৱা বালিকণায়ো ঠাইখনক শীতল কৰি ৰাখে। কলহৰ পৰা পানী উলিয়াই জলকুম্ভটোত ৰখা হয় ৰঙা শৰ্কৰা (চেনি ?), ইয়াৰ দ্বাৰা কলহৰ চাৰিওফাল চেঁচা হৈ থাকে। পানী সুবাসিত কৰি ৰাখিবলৈ 'পাটল'ৰ ফুল দিয়া হয়। যাত্ৰীসকলে গছৰ পাতৰ ঠোঙা কৰি পানী খায়।

কৰবাত আকৌ দেখা গৈছে : এঙাৰ কৰিবলৈ কাঠ জ্বলোৱা, কমাৰবোৰেই জ্বলাইছে কাঠ ; তাৰে জুইৰ তাপতহে অনভূত গৈছে গ্ৰীষ্মৰ উত্তাপ।

হাবিয়নী গাওঁবোৰৰ ওচৰতে অৱস্থিত হৈ আছে অন্য প্ৰদেশ-বোৰ। সেইদেখি সেইবোৰ ঠাইৰ পৰা কুনৱী ( কুটুম্বিক ) জাতিৰ মানুহবোৰে হাবিলৈ আহে গছ কাটিবলৈ। ওচৰৰ গাওঁত থকা পঁজা-ঘৰত গৃহস্থই নিজৰ নিজৰ খোৱা-বস্তু ৰাখিবলৈ থৈ যায় বুঢ়া মানুহ-বোৰক।

গছ কাটিবলৈ আৱশ্যক হয় কঠোৰ পৰিশ্ৰমৰ ; সেইকাৰণে গছ-কটা মানুহবোৰে গাত সানি মালিচ কৰি লয় তেল। তেওঁলোকে

কান্ধত তুলি লৈ আছে বিভিন্ন ধৰণৰ কুড়্হল (কুঠাৰ); তেওঁলোকে ডিঙিত ওলোমাই লৈ আছে খোৱা-বস্তুৰ টোপোলা। ভাল ভাল কাপোৰবোৰ চোৰে লৈ যায়; সেইদেখি চোৰৰ ভয়তে তেওঁলোকে পিন্ধি আছে ফটা-ছিটা কাপোৰ।

লগত পানীৰ পাত্ৰ লৈ আহিছিল মানুহবোৰে। সেই পাত্ৰ-বোৰৰ ডিঙিত ক'লা বেত তিনি-ডলীয়াকৈ বান্ধি লয়, পাত্ৰবোৰৰ মুখ বন্ধ কৰা হয় গছৰ পাতেৰে। কাটি উলিওৱা গছবোৰ কঢ়িয়াবৰ কাৰণে মানুহবোৰে আগে আগে যোৰা-যোৰাকৈ খেদি লৈ আছে শক্তিমন্ত বলদ-গৰু।

মানুহবোৰৰ আধাভাগেই গাওঁৰ বাহিৰৰ হাবিত বিচৰণ কৰে। কাঠ আনিবৰ কাৰণে বনলৈ যোৱাসকলে হিংস্ৰ জন্তুৰ মুখামুখি হয়; সেই জন্তুবোৰক খুচি খুচি মাৰিবলৈ তেওঁলোকে লগতে ৰাখে যাঠী, বল্লম আদি; লগত আৰু ৰাখে জাল আৰু ফাঁচ লগাই ধৰিবলৈ ৰচি। হাতত থাকে পশুবোৰৰ নাকত লগোৱা জৰী, ফান্দ আৰু সূতা। তিতিৰ, টিট্টিভ(*) আদিৰ মোনা ৰাখে একেলগে, হাতত ৰাখে বাজ আৰু পিজঁৰাত ৰাখে সাপ।

সৰু সৰু ল'ৰাবোৰে দৌৰি ফুৰে ইফালে সিফালে আৰু ঘাঁহ-বনৰ মাজত তিতিৰ পখী ধৰিবৰ বাবে উদ্যত হবলৈ যুৱক-ব্যাধসকলে কুকুৰবোৰক ফুচুলায়। সিহঁতো ব্যস্ত হৈ পৰে চিকাৰত।

হাবিৰ মাজত ওপজা বস্তুৰ বোজা তুলি লৈ যায় গাওঁৰ মানুহ-বোৰে। ৰক্তপীত 'শিধু' গছৰ ছাল খণ্ডাল ৰাজহাঁহৰ ডিঙিৰ নিচিনা; সেইবিধ গছৰ পুৰণি ছাল একৰাই লৈ যায় ভাৰ বান্ধি। শৰীৰৰ কোনো ঠাইত ফাটি গলে সেই ঘাৰ ৰং গেৰুৱা দেখি; সেই ৰঙৰ নিচিনা ৰঙা ৰঙৰ 'ধাতকী' ফুল ঔষধৰ কাৰণে কিছুমানে লগতে ৰাখে।

কিছুমান মানুহে কপাহ, শন আদি গছৰ আঁহেৰে কাপোৰ তৈয়াৰ কৰিবলৈ সেই জাতীয় গছ-বন সংগ্ৰহ কৰে। কিছুমানে ভাৰ বান্ধি লৈ যায় মৌ-ৰস, মযূৰৰ ফিচাৰ পাখি, গোটা মমৰ টুকুৰা, 'লামজ্জক' ঘাঁহ, ছাল একৰাই লোৱা 'খদিৰ' কাঠৰ টুকুৰা, 'কুষ্ঠ'

(*) অসমীয়া শব্দ কি হব পাৰে কব পৰা নগল।

(কাঠ)ৰ বোজা আৰু সিংহৰ কেশৰৰ নিচিনা ‘ৰোধ্ৰ’। তিৰোতাসকলে দৌৰাদৌৰিকৈ ঢাপলি মেলে ওচৰৰ গাওঁবোৰলৈ—মূৰত তুলি লৈ যায় বন্য-ফলৰ পাচিবোৰ। তেওঁলোকৰ চিন্তা—কেনেকৈ ফলবোৰ সোনকালে বেচিব পাৰে। এনেকৈ খৰধৰ কৰা তিৰোতাসকলেৰে ভৰি পৰে চাৰিওফাল।

সৰু সৰু গাড়ীবোৰ অহা-যোৱা কৰি থাকে। গাড়ী টনা গৰুবোৰ হৃষ্ট-পুষ্ট। শুকান গোবৰ বোজাই কৰা গাড়ীৰ গাড়োৱানসকলে বহে গাড়ীৰ সন্মুখৰ ভাগৰ দণ্ডত। সিহঁতৰ গাবোৰ ধূলিৰে ভৰা। গাড়োৱানবোৰে গৰুক খেদি থাকে হুঁ-হুঁ-হাঁ-হাঁ শব্দেৰে ধমক দি দি আৰু তেনেকৈয়ে গাড়ী চলায়; তেতিয়া গাড়ীৰ চকাতো চুঁ-চুঁ-চিঁ-চিঁ শব্দ উঠে।

বনৰ মাজৰ গাওঁৰ মাটি উৰ্বৰা হৈ গ'লে সেই মাটি খেতি-বাতিৰ উপযোগী কৰি লোৱা হয়। খেতিবোৰ লহলহীয়া। মাটিত ওখকৈ বেৰা দি তাত কঁাইট, গছৰ ডাল আদি বান্ধি দিয়া হয়—যাতে কোনোৱে ভিতৰ সোমাব নোৱাৰে। চৰাই-চিৰিকতি আদিক খেদিবলৈ শব্দ কৰিব পৰা যন্ত্ৰ ৰখা হয়। বনৰীয়া ম'হৰ জঁকা খেতিৰ মাজত থিয় কৰি ৰাখি ভয় খুওৱা হয়। এৰন্দ, বচা, বংগক (বেঙেনা), তুলসী, সুৰণকন্দ, মোংহিজন, মঞ্চিনকন মকুৱা আদিৰে বাগিছা ভৰি থাকে।

গাওঁৰ ইঘৰৰ পৰা সিঘৰৰ মাজত কিছু দূৰত্ব ৰাখি থোৱা হয়। মাটিত পোতা লাউত ওখকৈ কাঠৰ ছাং কৰি দিয়া হয়; সেই ছাঙত লাউ বগায় আৰু তলত ছাঁও দিয়ে।

ঘৰৰ বেৰবোৰ সজা হয় বাঁহৰ দই (চুঁচলি?), বতা আৰু খাগৰি মিলাই। চোতালত থাকে অগস্তি গছৰ ছাঁত চৰাইবোৰৰ কাৰণে দানা-পানীৰ পাত্ৰ। ওচৰতে সিঁচৰিত হৈ থাকে ৰঙচুৱা বগৰী। এণ্ডাৰৰ দম ওচৰতে—সেইবোৰক আগুৰি ৰাখে পলাশৰ ফুল আৰু গোৰোকৃচন (একপ্ৰকাৰ গৰু-ম'হৰ বন-দৰৱ) ঔষধিয়ে।

কোনো কোনো ঠাইত খুটি পুতি দামুৰী বন্ধা হয়। কুকুৰাৰ ডাক শুনি ৰাতি পুৱাইছে বুলি মানুহে অনুমান কৰে। ‘বন্ধজ’ বাঁহৰ

ছাইৰ ধাপ কৰি ৰখা হয়। দম কৰি ৰখা হয় শিমলুৰ তুলা, কপাহ আৰু ওচৰতে ৰখা হয় 'নল' (শালি ধান ?) আৰু চাউল, 'তমল' (পচুম) বীজ, বাঁহ, আদি। শেলুক, শৰ্কৰা, বাঁহ আৰু চাওগছৰ গুটি জমা কৰি ৰখা হয় ভঁড়ালত।

প্ৰায়বোৰ মানুহৰ ঘৰতে দেখা গৈছিল মহুৱাৰে তৈয়াৰ কৰা মদ, চাউলেৰে কৰা চুলাই-মদ, শেলুক কন্দ (মিচিৰি)ও আছিল। ঘৰত আছিল ছাল-কোমোৰা, ৰঙা লাউ, তিয়ঁহ, কোমোৰা, ৰাজ-মাহ আদি; আৰু আছিল ঘৰত পোহা বন-মেকুৰী, নেউল আদি বিভিন্ন জন্তু আৰু চৰাইৰ জাক........।

হৰ্ষই সেই দিনটো গাওঁতেই কটালে। □

## বনানৰ বৰ্ণনা (অষ্টম উচ্ছ্বাস)

[.... .......ৰাজ্যশ্ৰীক বিচাৰি হৰ্ষবৰ্ধনে বিন্ধ্যবনলৈ গৈ লগ পালে সেই বনাঞ্চলৰ সকলো কথাৰ ভু-ভা পোৱা এজন ডেকা ল'ৰাক। ডেকাজনৰ লগত আগবাঢ়ি গ'ল ভিক্ষুৰ আশ্ৰম অভিমুখে............]

ডেকাজনৰ লগত গৈ থাকোঁতে হৰ্ষই দেখা পালে মনোহৰ বননিখন—যিখন পৰিপূৰ্ণ হৈ আছে নানা তৰহৰ ফুল আৰু ফলৰ গছেৰে। 'কৰ্ণিকাৰ' (এবিধ ফল)ত কলি ধৰিছে, প্ৰচুৰভাবে ফুলি ফুলেৰে জাতিষ্কাৰ হৈছে চম্পকফুল, ডাঙৰ ডাঙৰ ফলেগ্ৰহি, নমেৰু আদি ফলৰ ভৰত গছৰ ডালবোৰ তলফাললৈ হালি পৰিছে, সেউজীয়া পাতৰ নলদ আৰু তাল, সৰল দেৱদাৰু আৰু হালধীয়া নাগকেশৰ নতুনকৈ কলি ওলোৱা শাৰী শাৰী কুৰুবকৰ পৰাগ বিস্তৃত হৈ উৰি উৰি বনমণ্ডলক ধূসৰ কৰি ৰাখিছে। চাৰিও দিশক ৰঙীন কৰি সৌন্দৰ্য্যৰে উপচি পৰিছে অশোক ফুলেৰে। তিলক গছৰ পৰাগ বালিৰ নিচিনাকৈ ভৰি পৰিছে, হিংগাছে দোলন দি দি যেন খেলি আছে। তামোল গছত লাগি আছে ডাঙৰ ডাঙৰ থোক, প্ৰিয়ংগু-

লতাবোৰক হালধি বুলি ধাৰণা হৈছিল।

ভোমোৰাৰ গুঞ্জন শুনা গৈছিল, পৰাগেৰে ভৰি পৰা মঞ্জৰী লৈ উৰি আহিছিল গুঞ্জন তুলি ভোমোৰাবোৰে। মুচুকুন্দ গছৰ কাঁইট হৈ পৰিছিল মদসিক্ত, সেইদেখি হাতীবোৰে আহি তাত গা-খজুৱাই তৃপ্তি লাভ কৰিছিল। মাটিত নতুনকৈ গজি উঠিছিল ঘাঁহ-বন। সেইবোৰ আছিল সেউজ-কুমলীয়া। তাত দৌৰা-দৌৰি কৰি হৰিণা পোৱালীবোৰে আনন্দতে জপিয়াই ফুৰিছিল। ক'লা বৰণীয়া তমাল-গছ এই গছবোৰ অন্ধকাৰ মাজ-ৰাতিতকৈও ক'লা; তমাল গছে এৰি দিছে দেহৰ উত্তাপ, দেৱদাৰুৰ পৰা ওলাব লাগিছে নতুন ফুলৰ থোপা। জাম্‌ভিৰ (জামু) আৰু নেমুগছবোৰত বগাইছে নাগবল্লী (আকাশী লতা?) লতা এইবোৰে ৰাখিছে শোভিত কৰি। ধূলি কদম্বৰ পৰা পৰাগ উৰি আছিল এই পৰাগক চুম্বন কৰি আছিল বায়ু-মণ্ডলে— ফুলৰ মৌৰে ভিজাই তুলিছিল মাটি, ফুলৰ পৰা ওলাইছিল মধুৰ গোন্ধ—এই ঘনগন্ধই তৃপ্ত কৰিছিল সবাকো।

কূটজ গছৰ খোৰোংবোৰক বাস-পঁজা হিচাপে লৈ সোমাই থকা মাইকী কুকুৰাবোৰে সিহঁতৰ নতুনকৈ ওপজা পোৱালীবোৰক লৈ বাস কৰিছিল; সেই পোৱালীবোৰে মাকৰ শব্দ-স্বৰক অনুকৰণ কৰিছিল আৰু মাকেও শব্দ কৰি ইডালৰ পৰা সিডাললৈ উৰি যাবলৈ শিকাই আছিল। চকোৰ পখীয়ে মৰমতে নিজৰ ঠোঁটেৰে তাৰ প্ৰিয়-তমাৰ মুখত তুলি দিছিল খাদ্যবস্তু। পীতু গছত পকি আছিল ফল-বোৰ, ভুৰণ্ড পখীয়ে খাই আছিল সেই গোন্ধভৰা ফল-- কাৰো প্ৰতি ভ্ৰূক্ষেপ নকৰাকৈয়ে। কাঠকটীয়া চৰাইবোৰে দয়া-মায়াহীনভাৱে কট-ফল (কঠাল) বোৰৰ ওপৰত ঠুকি আছিল আৰু তাৰে কেঁচাফলবোৰ ঠুটিয়াই ঠুটিয়াই পেলাই দিছিল মাটিত।

ডেকা গাহৰীবোৰে উঠি গৈছিল মিহি শিলৰ ওপৰলৈ আৰু মাৰি আছিল তাত সুখৰ টোপনি; শেফালিকা (শেৱালি) গছৰ শিপাৰ তলৰ গাঁতবোৰত নিৰ্ভয়ে ঘূৰি ফুৰিছিল পোৱালী সাপবোৰে, ৰংকুমৃগ (শহাপহু?) দ্বিধাহীনভাৱে কৰি আছিল বিচৰণ।

ৰমণীয় কণ্ঠৰ কুলিচৰাইবোৰে আনন্দত মতলীয়া হৈ নতুনকৈ

ওলোৱা মুকুলবোৰ খাই পেলাইছিল, নীলোৎপল (চমৰ হৰিণা-গাই) বোৰে ৰোমন্থন কৰি বহি আছিল আমগছৰ তলৰ ছাঁ উপভোগ কৰি। নীলাণ্ডজ হৰিণাবোৰেও তাত বহি আৰাম কৰিছিল, মাইকী গয়ালবোৰে পোৱালীক গাখীৰ খুৱাই আছিল আৰু তাকে চাই আছিল স্থিৰ চকুৰে খকুৱা হায়নাবোৰে।

ওচৰৰ পাহাৰৰ পৰা আহিছিল নিজৰাৰ কুলু-কুলু ধ্বনি; এই ধ্বনি শুনি হাতীবোৰৰ কৰ্ণতালৰূপী দুন্দুভি ম্লান পৰি গ'ল। ৰুৰু হৰিণা (অন্য এজাতৰ হৰিণা)বোৰে ওচৰতে থকা কিন্নৰীসকলৰ মধুৰ গীতৰ মূৰ্চনা শুনি আনন্দত আত্মহাৰা হৈছিল আৰু শুনি আছিল একে-ধ্যানে। আনন্দিত হৈ পৰিছিল হায়নাবোৰে। বন-গাহৰীৰ পোৱালীৰ মুখৰ পৰা ওলাইছিল হালধীয়া ৰস পীতদ্ৰু গছ চোবোৱাৰ তৃপ্তিত যেন ওলাইছে সেই ৰস। গুঞ্জা গছৰ জোপোহাত জহামলে *(১) নিম্ন স্বৰত কেঁ-কেঁ শব্দ কৰি আছিল, 'শালিজাতক'বোৰে শুই আছিল জায়ফল গছৰ তলত, ৰঙা পিপৰাৰ কামোৰত ৰব নোৱাৰি বান্দৰ পোৱালীবোৰে খঙতে পিপৰাৰ বাঁহবোৰ ভাঙি পেলাইছিল, 'ববুন'*(২) বোৰে জুহুফল*(৩)ৰ লোভত 'লৱলী' লতাত জপিয়াই পৰিছিল।

গছৰ গুৰিত পানী দিবলৈ বালিৰে পাত্ৰ ( চৌবাচ্চা ? ) সজোৱা হৈছিল। পাহাৰৰ পৰা নামি অহা নিজৰাৰ বুকুত একা-বেঁকা শাৰী কৰি পানীৰ পাত্ৰবোৰ এনেভাবে স্থাপন কৰি দিয়া হৈছিল যেন সেইবোৰে নিজৰাৰ সোঁতৰ তীব্ৰতা কমাব পাৰে।

গছৰ ডালত ওলমি আছিল কমণ্ডলু। কুটীৰবিলাকৰ ওচৰত বোকা মাটিৰে স্তুপ বা চৈত্যৰ আকৃতিত সজা হৈছিল একোটা মণ্ডপ আৰু তাৰ গাত মৰা হৈছিল মুদ্ৰা-ছাপ। গেৰুৱা কাপোৰবোৰ ধুই দিয়া হৈছিল আৰু ধোৱা কাপোৰৰ পৰা ওলোৱা ৰঙীন পানীয়ে ঠাইডোখৰ তুলিছিল ৰঙা কৰি। গছৰ জোপাহাবোৰক মেঘ বুলি ভাবি ময়ূৰবোৰে তুলিছিল কোলাহল।

---

*(১) নামনি অসমত জহামল্লা বুলিও জনাজাত।

*(২) ডাঙৰ জাতৰ এবিধ বান্দৰ।

*(৩) ইংৰাজীত bread fruit.

কেবাদাল গছৰ ডাল একেলগে এনেধৰণে অবিচ্ছিন্ন ৰূপত লগ লাগি গৈছিল যেন বৈদিক শাখাবোৰ সম্মিলিত হৈছে। মাণিক্যৰ আলোকতুল্য সেই বৃক্ষ অত্যন্ত নীলা (মহানীল,-একপ্ৰকাৰৰ মণি) বৰণৰ হৈ সকলোৰে দৃষ্টিক আচ্ছন্ন কৰি তুলিছিল—যেন সেয়া নিৰ্মিত হৈছে অন্ধকাৰেৰে, যমুনাৰ ডাঙৰ ডাঙৰ সৰোবৰবোৰক যেন ওপৰলৈ তুলি অনা হৈছে মহাবৃক্ষৰ ৰূপত। সেইবোৰ দেখি এনেহে লাগিছিল যেন সেই বৃক্ষৰাজি মৰকত-মণিত কৃষ্ণবৰ্ণ বসন্তৰ এখন ক্ৰীড়া-পৰ্বত, নাইবা যেন এখন পল্লৱযুক্ত অঞ্জন-গিৰি, অথবা যেন এয়া বিন্ধ্য পৰ্বতৰ বনত ওপজা এটি পুত্ৰ সন্তান। এইবোৰ দৃশ্য দেখি এনেহে লাগে যেন পৃথিৱীক বিদাৰ কৰি অন্ধকাৰবোৰ উঠি আহিছে পাতালৰ পৰা, অথবা এইবোৰ যেন বৰষাৰ চড়ুৰীয়াবাসী; অথবা কৃষ্ণপক্ষৰ মাজনিশাৰ অংশাৱতাৰ, নাইবা ইন্দ্ৰনীল মণিৰে নিৰ্মিত বন-দেৱতাৰ প্ৰাসাদ ............... । □

## মৰণোদ্যত ৰাজ্যশ্ৰী আৰু তেওঁক পৰিবেষ্টিত কৰি ৰখা নাৰীসকলৰ বৰ্ণনা (অষ্টম উচ্ছ্বাস)

[ ৰজা হৰ্ষই ভনীয়েকক বিন্ধ্য-বনলৈ বিচাৰি যাওঁতে ভদন্তৰ আশ্ৰমত এজন ভিক্ষুৱে দেখি অহা এগৰাকী নাৰীৰ অৱস্থাৰ বতৰা দিছে.........]

হে ডাঙৰীয়া, মই সৈকতময় নদীৰ পাৰত প্ৰাতঃভ্ৰমণ কৰি কৰি বহুদুৰ গৈছিলোঁ। এনেতে শুনিলো লতাকুঞ্জৰ মাজৰ পৰা কাৰোবাৰ এটি কৰুণ ক্ৰন্দন-ধ্বনি। ক্ৰন্দন ধ্বনি ভাহি আহিছিল ওচৰৰে কৰবাৰ পৰা। আকৌ অনুমান কৰিলোঁ যে ক্ৰন্দনৰতা তিৰোতাজনীক যেন বহুত তিৰোতাই ঘেৰি আছে।

হিয়া বিদাৰি যোৱা কান্দোন শুনি ৰব নোৱাৰি মই আগুৱাই গলোঁ। দেখিলোঁ নাৰী গৰাকীক পৰিবেষ্টিত কৰি ৰখা তিৰোতা-

সকলক। ‘শৰ’ ঘাঁহৰ জোঙৰ খোচত দুখ পাই তেওঁলোকে চকু সম্পূৰ্ণ কৈ মেলিব পৰা নাই আৰু বহুদূৰ পথ অতিক্ৰমী অহাৰ বাবে তেওঁলোকৰ ভৰিবোৰ ফুলি গৈছে, শিলত খুন্দা খাই খাই ভৰিৰ পৰা তেজ ওলাইছে; কঁকালৰ তলৰ অংশত কাঁইটৰ আচোৰ খাই যন্ত্ৰণাত ৰব পৰা নাই— যন্ত্ৰণাত চকু সংকুচিত হৈ পৰিছে। তেওঁলোকৰ ভৰিবোৰ যেন অতি, শ্ৰান্ত, গছ-বনত খুন্দা আৰু আচোৰ খাই আঠুৰ ছাল এৰি গৈছে আৰু তাত তেওঁলোকে বান্ধি লৈছে ভূৰ্জপত্ৰ, তেওঁলোক বেদনাত ক্লিষ্ট। ধূলিৰে ধূসৰিত হৈছে তেওঁলোকৰ জংঘাদেশলৈকে, উৰুৰ ছাল ফাটি গৈছে ‘শতাবৰী’ বনৰ আচোৰ খাই; ‘বিদাৰি’ বনেৰে চিৰি গৈছে তেওঁলোকৰ মেখেলা; বাহুৰ চেকনিয়ে ফালি পেলাইছে তেওঁলোকৰ গাৰ চোলা।

গছৰ ফল পাৰিবলৈ ডাল টানি আনোঁতে ‘বদৰী’ লতাৰ আচোৰত ফালি গৈছে তেওঁলোকৰ হাতৰ তলুৱা, ‘কুশ’ বনৰ ফুল লাগি দুখ পাইছে চকুত আৰু তাত লেপি দিছে ‘মনঃশিলা’ৰে। হৰিণাৰ শিঙেৰে মাটি খান্দি আলু, শিপা আদি উলিয়াওঁতে কষ্ট পাই বাহু ফুলি উঠিছে। তেওঁলোকে তামোল খাবলৈ পোৱা নাই কাৰণে আমলখী চোবাই আছে। লতাৰ কাঁইটে ছেদেলি-ভেদেলি কৰি দিছে অলক।

প্ৰখৰ ৰ'দৰ তাপ সহিব নোৱাৰি কিছুমানে ছাতিৰ নিচিনাকৈ মূৰৰ ওপৰত লৈছে গছৰ পাত, কিছুমানে বিচনী হিচাপে ব্যৱহাৰ কৰিছে কলৰ পাত। পদুমৰ পাতত পানী লৈছিল বহুকেগৰাকীয়ে, আকৌ বহুজনীয়ে খাবৰ কাৰণে লৈ আহিছিল শেলুক, আকৌ কিছুমানে ৰেচম কাপোৰেৰে মেৰিয়াই গাঠি বান্ধি নাৰিকলৰ কোৰোকাত আনিছিল আম-তেল। বাকীখিনি তিৰোতা আছিল কলা-বোবা, কুঁজী, বাওনা, আৰু লেতেৰা-স্বভাৱৰ।

নাৰীসকলে ঘেৰি থকা তিৰোতাগৰাকীক দেখি ভাব হয় তেওঁ যেন কোনোবা উচ্চ-বংশৰ, তেওঁৰ দেহৰ লাৱণ্যই ইমান দুখ-কষ্টৰ মাজতো এৰা দিয়া নাই— ঠিক বংশ-পৰম্পৰাই লাৱণ্যক চিৰকাল বান্ধৱী হিচাপে লাভ কৰি অহাৰ নিচিনাকৈ ওচৰৰ বন-লতা দুঃখ-কাতৰ আৰু সেই দুঃখময় অৱস্থাৰ ৰং যেন প্ৰতিফলিত হৈছে তেওঁৰ

দেহত—যেন তেওঁ দুখৰ ৰক্তিমাৰে মণ্ডিত বনভূমিৰ লতা বৃক্ষৰ সমান কাতৰ। তেওঁৰ ভৰি দুখন লাৰ ৰঙৰ নিচিনা ৰঙা হৈ পৰিছে, 'দৰ্ভ'-লতাৰ নিষ্ঠুৰ খোচত তেওঁৰ গাৰ পৰা তেজ ওলাইছে।

এগৰাকী তিৰোতাই পতুমৰ পাতেৰে তেওঁক ছাঁ দি ধৰি আছিল; অথচ তেওঁৰ গাত যেন ছাঁ লগা নাই। তেওঁ মুখ শেঁতা। মহিলা-গৰাকীৰ শূন্যতাই আকাশৰ শূন্যতাকো নাইকিয়া কৰিছে।

এগৰাকী চেতনাহীন মৃন্ময় মূৰ্তি যেন হৈ আছে তেওঁ, নিশ্বাসত তেওঁ ওলাই আহে অগ্নিৰ তাপ—মৰুৰ তাপৰ দৰে; সন্তাপত জৰ্জৰিতা তেওঁ; চকুৰে বৈ আছে অবিৰাম ধাৰাৰ অশ্ৰু; তেওঁৰ নিৰলম্বতা আকাশৰ দৰে। বিদ্যুতৰ দৰে তীব্ৰ তেওঁৰ চঞ্চলতা, কান্দোনত সৰগৰ কল্প বৃক্ষৰ নিচিনা বিলাপ। সু অলংকৃত বস্ত্ৰ, সুদেহৰ চহকী ভূষণ আৰু অন্য বেশ ভূষা ত্যাগ কৰি তেওঁ যেন বনদেশত পতিতা হৈছে—ঠিক কল্প-লতিকাৰ দৰে। মহাবনত পতিতা তেওঁ ঠিক শিৰৰ শিৰৰ পৰা ওলোৱা চঞ্চলাগংগাই যেন পৃথিৱীলৈ আহিছে। তেওঁৰ চৰণ ধূসৰিত হৈছে বনফুলৰ পৰাগৰ দ্বাৰা। এই লোক এৰি অন্য লোকলৈ হাবি-য়াসকাৰী তেওঁ যেন পুৱতি নিশাৰ পিছত দোকমোকালিত অস্তমিত চন্দ্ৰমা, তেওঁৰ চকুৰ শোভা ম্লান হৈ আছে—অহৰহ বৈ থকা চকুৰ ধাৰত মন্দাকিনী মৃণালিনীৰ দৰে, তেওঁ যেন দুখত জীৱন যাপন কৰি আছে দুঃসহ সূৰ্য্যৰ তাপত নিমীলিত কুমুদিনীৰ দৰে; চাকিৰ জ্বলি জ্বলি পুৰি যোৱা শলিতাৰ দৰে ক্ষয়িষ্ণু পাণ্ডু বৰণীয়া দেহা। মানুহ-জনীয়ে যেন হৈ আছে ওচৰত থকা গজহস্তীয়ে বলাৎকাৰ কৰিব খোজা হস্তিনীয়ে সহবান্ধৱীসকলৰ সহযোগত হাবি আৰু চিন্তা হেৰাই আত্মৰক্ষা কৰি মহাহ্ৰদত নামি নিমগ্ন হৈ থকাৰ দৰে। দুৰ্যোগৰ সন্মুখীন হৈ শিপা ছিগি ভাগি পৰি বৈ আছে যেন ধাত্ৰীৰূপী বান্ধৱীৰ বুকুত স্বামী আৰু জীৱন ভোগৰ পৰা যেন তেওঁ বিচ্ছিন্না.... ☐

---